# কেহোৰাম

( জীৱন কাণ্ড )

শ্ৰীপ্ৰসন্ন নাৰায়ণ চৌধুৰী

# কেহোৰাম
( জীৱন কাণ্ড )

*লিখক ঃ*

**শ্ৰীপ্ৰসন্ন নাৰায়ণ চৌধুৰী**

ডাঃ জে. চি. দাস ৰোড,

পানবজাৰ, গুৱাহাটী।

*প্ৰকাশক ঃ*

**শ্ৰীদণ্ডীৰাম দত্ত**

মাধৱ এজেঞ্চী

বেলশৰ পোঃ অঃ, কামৰূপ

প্ৰথম সংস্কৰণ—১৯৬১ ইং

মুদ্ৰক—গুৱাহাটী প্ৰেছ ঃ
ভৰলুপাৰ গুৱাহাটী



[ মূল্য—।/০ অনা

# সূচী

# (i) উৎসৰ্গা

সৰ্ব্বগত ব্ৰহ্মা         ৰুদ্ৰকান্ত বিষ্ণু (ক)
নিত্য যজ্ঞে প্ৰতিষ্ঠিত
জঠৰাগ্নি ৰূপী         ক্ষুধা বৈশ্যানৰ
প্ৰাণীৰ দেহ আশ্ৰিত।
ভুক্ত অন্ন যোনে         পৰিপাক কৰে
যুক্ত কৰি প্ৰাণাপান
সেই কাৰণেই         সকলো সেৱক
প্ৰাণী আছে যতমান।
তাৰে ভিতৰা         খেতিয়ক সব
জনক প্ৰজাৰ ধৰ্ম্মী
জানকী শস্যৰ         কৰে উৎপাদন
এতেকে উত্তম কৰ্ম্মী।
সেই খেতিয়ক         ভাই সকলৰ
কল্যান কামনা কৰি
উৎসৰ্গা কৰিলোঁ         'কেহোৰ-কাহিনী'
দুৰ্ব্বল লিখনি ধৰি।

নিজ সা মাথিবাঁহা গাওঁ
বৰ্ত্তমান গুৱাহাটী
( উলুবাৰী ) কামৰূপ

খেতিয়ক ভাইৰ লগৰীয়া
**শ্ৰীপ্ৰসন্ন নাৰায়ণ চৌধুৰী**

## (ii) প্ৰকাশকৰ নিবেদন

চেনেহৰ ধন বাপা ( শ্ৰীসত্য চৌধুৰী ) তোমাৰ পিতৃদেৱৰ কবিতাৰ পুথি "কেহোৰাম" ছপাবলৈ তুমি ইচ্ছা কৰিছিলা। তোমাৰ ডাঙৰ মামা শ্ৰীহেম বৰ্দ্ধ দত্ত চৌধুৰীৰো আগ্ৰহ আছিল। শেষত উভয়ে অমৰ ধামলৈ গতি কৰিলা। সেয়েহে মানৱ-সমাজৰ দৰে ইয়াৰ প্ৰকাশকৰ ভাৰো মোৰ মূৰতে পৰিল। হাতেলিখা অৱস্থাতেই ইয়াক পঢ়ি তোমাৰ ভনী মহামায়া ( ভকলতা ) আৰু বাইদেউ দয়াময়ী দেৱীয়ে ( দূৰবালা ) বং পাইছিল। শেষত তোমাৰ মাতৃদেৱীও (৺হৰবালা চৌধুৰী) ১৯৬০।২২ মাৰ্চ্চত মৃত্যুহীন অমৰ সত্য বিচাৰি তোমালোকৰ বাটকেই ললে। এই বাট লোৱাৰ আগতেই 'কেহোৰাম' প্ৰবন্ধ ছপাই উলিয়াবলৈ ব্যৱস্থা কৰি গ'ল। গতিকে সকলোটিৰে পৰলোক গত আত্মাই শাশ্বত আনন্দ পাব ভাবি ইয়াক প্ৰকাশ কৰা হ'ল।

সমাজৰ তত্ত্ব অন্বেষণকাৰী, জনপ্ৰবাদ আৰু নীতি ধৰ্ম্মৰ সাধু-কওঁতা মানব সমাজৰ লিখক শ্ৰীপ্ৰসন্ন নাৰায়ণ চৌধুৰীদেৱেই কেহোৰামৰ লিখক। কেহোৰামক সাধাৰণ খেতিয়ক বা মাছ মৰীয়া কবি বথাটো নায়েই বৰং সৰু সৰু মানুহৰ সৰু সৰু কথাৰে মানুহৰ মনৰ আৰু সমাজ তত্ত্বৰ কথা কেনেকৈ ডাঙি ধৰিব পাৰি তাৰেহে যত্ন লৈছে।

ই দাৰ্শনিক ভাবৰ এটি সত্য কাহিনীৰ কবিতাৰ পুথি। পঢ়িলে আমোদ আৰু আনন্দ পোৱাৰ লগে লগে বহুত নজনা শুশুনা তত্ত্ব আৰু তথ্যৰ সন্ধেদ পোৱা যায়।

জনপ্ৰবাদ : (১) পশু পক্ষী কীট পতঙ্গত কই
দুৰ্লভ মনুষ্য জন্ম শ্ৰেষ্ঠতৰ
কেহোৰাম তাবে মানুহ এজন
যদিও নহয় তুলনাত বৰ।

(২) কেহোৰাম আছিল এজন দুখীয়া খেতিয়ক। উজানৰ মাছ ধৰিব খোজোঁতে সাপে খুটিলে আৰু সাতদলা বিলৰ পাৰত ওৰেৰাতি পৰি থাকিল। হাজো থানাৰ পুলিচে তদন্ত কৰি ৰিপোৰ্ট এটা দিলে। শ্ৰদ্ধেয় চৌধুৰী দেৱে তেতিয়া গুৱাহাটী আদালতৰ কামত নিযুক্ত আছিল। তেখেতে এই ৰিপোৰ্ট মনোযোগেৰে পঢ়ি এই কেহোৰাম পুথি লিখিলে। এই খেতিয়কৰ মৃত্যু কাহিনীয়েই কেহোৰাম পুথিৰ জন্ম।

খেতিয়কেই সমাজৰ মেৰুদণ্ড। বিশেষ মন কৰিব লগীয়া কথা—লিখকৰ দৃষ্টি-ভঙ্গী, দূৰদৰ্শী দাৰ্শনিক ভাব, অসমৰ বিহু, নাম কীৰ্ত্তন, শ্ৰীশঙ্কৰ, মাধৱ, দামোদৰ, হৰিদেৱ, চৈতন্যদেৱ, বৰমেধি, দুৰ্গাবৰী, ওজাপালি, বৰ্ষফল, পঞ্চায়ত, আদিৰ বৰ্ণনা লিখিছে। লিখকে সত্যৰ বন্তি গছাত তেল দি শলিতা আগ বঢ়াই দিছে।

যেনে ঃ সত্য নাম যাৰ পবিত্ৰ ওঙ্কাৰ
যিহোভা লর্ড ঈশ্বৰ
খোদা পৰমাত্মা বাহেগো ত্ৰাই শিৱ
উপাস্য প্ৰভু বিশ্বৰ ।

সামান্য খেতিয়কৰ জীৱনৰ মূল্য লিখনিত ফুটি ওলাইছে। হোজা গাৰ্ৰলীয়া তৃথীয়া খেতিয়ক শ্ৰেণীয়েই যে সমাজৰ বাস্ত-হাৰ তাক ওপৰত উদুকিওৱা হৈছে। এই শ্ৰেণীৰ উন্নতিৰ হকে জগৎবাসী ভাবাপন্ন হৈ ভাবা বিষয়ে লিখকে সাম্যভাবত কবিতাৰে 'কেহোৰামৰ' মৃত্যু কাহিনী বৰ্ণনা কৰিছে। যেনে ঃ

বৰ-মুৰিয়াকো সাত সেৱা কৰি
লিখিলোঁ কাহিনী নাঙল ধাৰীৰ—

প্ৰাচীন কামৰূপৰ কৃষ্টি সভ্যতাৰ কথা কিছু ডাঙি ধৰি অসমীয়া জাতি হিচাবে গঢ়ি উঠিবলৈ উদগণি দিয়াত লিখ-নিৰ জোৰ বাঢ়িছে বুলি মনে ধৰে।

নতুন আৰু পুৰণি ছন্দৰ সন্নিবেশত "কেহোৰাম" লিখাত সাহিত্যৰ মূল্য হেৰফেৰ হোৱা নাই।

মূল পুথিখনৰ লগত সংযোজিত পৰিশিষ্টত লিখা বিশেষ ধৰণৰ টোকাখিনি পঢ়িব লগীয়া। ই লিখকৰ বিশেষ পাণ্ডিত্যৰ পৰিচায়ক আৰু আমাৰ নিচিনা বহুতকেই ই নজনা কথাৰ অনেক সম্ভেদ দিব।

ডাউক, কুকুৰা আদিৰ শিক্ষা, বৰো সম্প্ৰদায়ৰ ইতিবৃত্ত, হৰদত্ত-বীৰ দত্ত পত্নম কুন্নবীৰ দেশ প্ৰেমৰ বৃত্তান্ত, পত্নম কুন্নবীয়ে পিতৃ হৰদত্তৰ নিদাৰুণ শাস্তিৰ প্ৰতিবাদ স্বৰূপে পাণ্ডুশিলাৰ ওপৰৰ পৰা ব্ৰহ্মপুত্ৰত জপিয়াই প্ৰাণ-বিসৰ্জ্জন দিয়া, দন্দুৱা বিদ্ৰোহৰ অন্যতম নেতা বীৰদত্ত বীৰে নিজৰ জেজেৰে শাস্তি তৰ্পন কৰা পঢ়িলে আচৰিত হব লাগে।

বেউলা সতীৰ স্বামী ভক্তিৰ উক্তিত নাৰী জাতিৰ শিকিব লগীয়া বহুত কথা পোৱা যায়। প্ৰেম প্ৰীতি, ধৰ্ম্ম সমন্বয় বাইজেই ৰজা আদিয়েই কেহোৰাম প্ৰবন্ধৰ প্ৰধান বিষয় বস্তু।

লিখকে মনুৰ মানব আদমৰ সন্তান বুলি আদমি মানবৰ ভাতৃত্ব প্ৰমাণ কৰি, কামৰূপীয়া বহুত চলিত শব্দৰ সুপ্ৰয়োগ কৰি প্ৰবন্ধৰ শ্ৰীবৃদ্ধি আৰু সৌষ্টব বঢ়াইছে।

অনেক ঠাইত দাৰ্শণিক ভাবৰ প্ৰভাবৰ চাঁও দেখা যায়।

যেনে:

নাশ হয় কুণ্ডল নহয় সুবৰ্ণৰ
বিনাশী বিশ্বহে অবিনাশী বিশ্বেশ্বৰ
সুখৰ বসন্ত লাহ বিলাহৰ পাক
দুখৰ সৰ্পৰ গীত মৰণৰ ডাক।

আমাৰ দৃঢ় বিশ্বাস 'কেহোৰাম' প'ঢ়ি পাঠকে নিশ্চয় উপকৃত হব।

অৱশেষত বাইজৰ প্ৰতি আমাৰ কৰপুটে নিবেদন এই অ্যমাৰ গণিত বিদ্যাত বাপ বেছি। কাব্য-কবিতাত বাপ কম। এনে অৱস্থাত আমাৰ এই নিবেদনত নানান ত্ৰুটী ঘটিলেও তাৰ বাবে ক্ষমা মাগিলোঁ।

বেলশৰ পোঃ, কামৰূপ
২।১।৬১

শ্ৰীদণ্ডীৰাম দত্ত

বিশেষ ঃ কুইৰে (১) ৰবিয়ে (২) পদ্মাদেৱী (৩) বসন্ত দূতে (৪) সখিঔ (৫) বৌকাকা (৬) ফিঙ্গুপক্ষী (৭) দহিদলে (৮) সহাদেউ (৯) কংশবায় (১০) কুমাৰী গোসানী (১১) বৰাহৰ (১২) কামৰূপ (১৩) গদাধৰে (১৪) পিতা (১৫) চাণক্য পণ্ডিত (১৬) ছন্দৰ ৰচনা (১৭) ফালেঙ্গী (৮) অসম খ্যাতি (১৯) ....... টোকা লিখা হৈছে শেষত।

# কেহোৰাম

## জীৱন কাণ্ড

### ২। দুল্লাৰ দলি (খ)

ভৰডেকা কালত প্ৰবন্ধটি লিখি আজি তিৰাশী বছৰ বয়সত আকৌ সংশোধন কৰিব লগা হ'ল। সেই নিমিত্তে অপ্ৰমাদী কবিগুৰু সবৰ পদপন্থ অনুসৰি এটি বন্দনা আৰু সূচনা যোগ কৰিলোঁ। সৰ্ব্বগত ব্ৰহ্মক আগ কৰি উছৰ্গা এটিও সমাবেশ কৰা হল। পঞ্চ ব্ৰহ্মৰ ভিতৰত সৰ্ব্বগত ব্ৰহ্মই সবাৰো সহজ লব্ধ তত্ত্বজ্ঞান।

বিশিষ্ট বন্ধু এজনে "কেশৱ শব্দৰ অপভ্ৰংশ কেহোৰামৰ সলনি "লাহ বিলাহৰ পাক" নাম দিবৰ উপদেশ দিছিল কিন্তু হিতাকাঙ্খী ডেকা বন্ধু শ্ৰীহাৰিৰাম ডেকা বি. এ, এড্‌ভোকেট ধৰ্ম্মপ্ৰাণ হৰমোহন দাস বি এ, বি টি আদিয়ে আগৰ নাম দি প্ৰকাশ কৰিব কোৱাত তাকেই কৰা হল।

লহিমাৰ "বাইজ মেল, চুবুৰী প্ৰেমৰ অভাৱত হোৱা ভুগন গাঁওৰ মাৰামাৰি, উজনি-নামনী অসমৰ ভাষা সাহিত্যৰ বিবাদ, আৰু জাতি বিদ্বেষৰ পৰা উদ্ভৱ হোৱা ঘটনা কেতবোৰে কেহোৰাম প্ৰবন্ধটি লিখিবলৈ প্ৰনোদিত কৰিছিল। কেহো-

ৰাম এজন গাৰ্হলীয়া ডেকা খেতিয়ক। ঘৰ আছিল হাজোৰ ওচৰৰ বড় গাৰ্হত। ইংৰাজী ১৯০৬ চনৰ বহাগৰ ৰব দোমাহিৰ দিনাখন অকলে উজানৰ মাছ ধৰিব বুৰ্তাতে সাতদলা পথাৰত (সংসপুদলত) সাপে খুটি মাৰিছিল। এই সম্বন্ধে হাজো থানাৰ পুলিচে এটি অস্বাভাবিক মৃত্যু ৰিপোৰ্ট দিছিল। তাকে অবলম্বন কৰি আৰু নিজেও সেই ঠাইবোৰলৈ গৈ তথ্য সংগ্ৰহ কৰি এই প্ৰবন্ধ ইং ১৯১১ চনত লিখি তাহানিৰ আসাম বান্ধৱ পত্ৰিকাত আংশীকৰূপে প্ৰকাশ কৰা হৈছিল। সেই পুৰণি কেহোৰামকেই নতুন সাজ পাৰেৰে সজাই কিতাপৰ আকাৰ দিয়া হ'ল।

মহাভাৰতৰ ৰাজদৰবাৰ "কংগ্ৰেছৰ" আদি নীতি সাম্য মৈত্ৰী, স্বাধীনতাৰে সৈতে আৰু দুটা বিষয়ৰ প্ৰতি লক্ষ্য ৰখা হৈছে। তাৰে প্ৰথমটো অনিত্যৰ মাজত থকা নিত্য বস্তুৰ বিচাৰ। দ্বিতীয়টো হৈছে সমাজৰ (*Nation*ৰ) মেৰুদণ্ড স্বৰূপ খেতিয়কৰ মানৰ উন্নয়ন সাধন। এই উদ্দেশ্যে কাব্য, কলা, শাস্ত্ৰ জ্ঞান আৰু সৎসঙ্গৰ সহায় লোৱাৰ বাহিৰেও প্ৰবন্ধটি আৰম্ভ কৰা হৈছে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰৰ ৰচিত বড়গীতৰ "অথিৰ ধন জন জীৱন যৌবন" এই ভাবেৰে পুষ্টিবৰ্দ্ধন কৰা হৈছে কবি দুৰ্গাবৰ, মনকৰৰ সতীৰ চৰিত্ৰেৰে, বিষ্ণু শৰ্ম্মাৰ হিতোপদেশ আৰু গীতাৰ অজড় অমৰ ভাবে "বিদ্যাধন উপাৰ্জ্জন, আৰু চুলিত ধৰি থকা ভাব মনত লৈ ধৰ্ম্ম উপদেশেৰে। সামৰণী দিয়া হৈছে যুগ যুগান্তৰৰ মাজেদি

পুৰোহিতৰ মুখেৰে বৈ অহা "বিশ্বামিত্ৰস্য সবিতুৰ্ বৃবিতানি-পৰাসুৱ" ইত্যাদি বেদবাক্যৰ ভাবেৰে। ইয়াত শাস্ত্ৰ শব্দটো ব্যাপক ভাবে বেদ পুৰাণ, কোৰাণ, বাইবেল আৰু ভগৱান বুদ্ধদেৱ আদি মহাপুৰুষৰ বাণীকো ধৰা হৈছে। অকল সেয়ে নহয় সম্প্ৰদায় প্ৰবৰ্ত্তক আটাইবোৰ মহাপুৰুষৰ প্ৰতিও শ্ৰদ্ধা ভক্তি দেখুৱা হৈছে; কিয়নো সেই শাস্ত্ৰ আৰু মহাপুৰুষ সবৰ এক মহান উদ্দেশ্য হৈছে জীৱৰ কল্যাণ সাধন আৰু বিশ্বশান্তি প্ৰবৰ্ত্তন। কিন্তু পৰম বেদান্ত গীতা ভাগৱতৰ ভিতৰত সকলো শাস্ত্ৰৰ সাৰ কথা থকা গুণে এই দুখন শাস্ত্ৰকেই বিশেষ ভাবে অবলম্বন কৰা হৈছে। দেখা যায় যে অসমীয়া গদ্য আৰু পদ্য ভাগৱত দুখন গীতাৰেই প্ৰাঞ্জল ব্যাখ্যা।

কৃষ্ণ শব্দৰ ৰূপান্তৰ কিষাণ (কৃষিবান্) শব্দেৰে বুজোৱা খেতিয়ক ভাই সবৰ মানব উন্নয়ন সাধনৰ বিশেষ সহায় হব ভাবি প্ৰবন্ধটিক গদ্যত নেলেখি আধাডুখৰীয়া হলেও পদ্যা-কাৰে লিখিবলৈ প্ৰবৃত্তি জন্মিছিল। ইয়াক দুই ভাগত ভগাই "জীবন কাণ্ড" আৰু মৰণ কাণ্ড নাম দিয়া হৈছে। দেহটো যে অনিত্য তাকে দেখুৱা হৈছে জীৱন কাণ্ডত কেহোৰামৰ মৃত্যু ঘটনাৰে। নানা কাৰণে আজি এই কাণ্ডটি মাথোন প্ৰকাশ কৰিব দিয়া হৈছে। মৰণ কাণ্ড খন এতিয়াও প্ৰেছত দিবলৈ যুগুত কৰিব-পৰা নাই। ইয়াতে তাৰ আভাষ মাত্ৰ দিওঁ যে বিলাতৰ মহাৰাণী ভিক্টৰী আৰু স্বৰ্গীয় কেশৱ

সেনব পৰা ব্ৰহ্মজ্ঞান ( ব্ৰাহ্ম্য-ধৰ্ম্ম ) আৰু আয়াবলেগুৰ বিদূষী এনিবিছেণ্টে ( অম্ন বাসন্তী আইয়ে ) সন্তানৰ শোক নিবাৰণৰ অৰ্থে পশ্চিমৰ সমাজ ত্যাগ কৰি কাশীবাসী হোৱা "জন্মান্তৰ বাদেই মৰণ কাণ্ডৰ বিচাৰ বস্তু। এনিবিছেণ্টে লিখা "মৰণৰ পাচত *( Death and after )* বোলা প্ৰবন্ধটিয়ে এই সম্বন্ধে বিস্তৰ সহায় কৰিছে। মোৰ দেশখনক আৰু মোৰ ঋষি মুনি মহাপুৰুষক যিয়েই শ্ৰদ্ধা কৰিব সেয়েই মোৰ আই বোপাই। ওপৰত নাম উল্লেখ কৰা মাতৃ দুগৰাকীক আই বোলাৰ এয়েই কাৰণ।

কেহোৰাম সম্বন্ধে কেত বোৰ টোকা সংগ্ৰহ কৰি পৰিশিষ্ট ৰূপে ছপোৱাৰ দিহা কৰা হৈছে। এই তাঙৰণত সেই বোৰ দিলে পুথিৰ আকাৰ বাঢ়ে আৰু খৰছো অধিক লাগে দেখি ইয়াৰ লগত সংক্ষেপ পৰিশিষ্ট এটা মাথোন দিয়া হ'ল।

## শলাগনী

কৈ অহা পৰিশিষ্টৰ ভূমিকাত শলাগ লবলগীয়া আটাযবোৰ বন্ধু বান্ধবৰ নাম উল্লেখ কৰা হৈছে। তাৰ ভিতৰত বিশেষৰূপে কৃতজ্ঞতা প্ৰকাশ কৰা হৈছে—স্বৰ্গীয় সোনাৰাম ৰাজমেধী দেৱৰ নামত, যোনে মোক মাছুল মাফ দি নিজৰ হাইস্কুলত আঠ বছৰ পঢ়ুৱাই উচ্চ শিক্ষাৰ বাট মোকলায় দিছিল ইং ১৯০২ চনত। সেই বছৰতে এণ্ট্ৰেচ পৰীক্ষাত উত্তীৰ্ণ হৈ গুৱাহাটীৰ কটন কলেজত প্ৰৱেশ কৰোঁ।

ৰাজমেধী দেৱৰ পাচতে লাগ লৈছো। স্বৰ্গীয় হৰমোহন দত্ত চৌধুৰী দেৱৰ, তেওঁৰ সহধৰ্ম্মিনী গনেশ্বৰী দেৱী আৰু পৰৰ উপকাৰ কৰিব গৈ অকাল মৃত্যু বৰণ কৰোতা ডাক্তৰ প্যাৰী মোহন দত্ত চৌধুৰীৰ। "বৰপেটাৰ হস্তিনাপুৰীয়া চৌধুৰী" বংশৰ এই তিনি গৰাকীৰ আশ্ৰয় আৰু সুহৃদোপম সহায় নোপোৱা হলে আজি কেছোৱামৰ বাতৰি ৰাইজক দিব নোৱাৰিলোহেঁতেন।

অবান্তৰ হলেও এটা সত্য ঘটনা সম্বন্ধে অলপ নকৈ নোৱাৰিলো। অসমত প্ৰথম কলেজ স্থাপন কৰোতা চিফ্ কমিচনাৰ মাননীয় হেন্‌ৰি কটনক অসমীয়া মাত্ৰে জানে তেওঁ শাসন কাৰ্য্য শেষ কৰি দ্বিতীয়বাৰ ( ই° ১৯০৪ ) অসম ভ্ৰমণৰ নিমিত্তে ইংলণ্ডৰ পৰা অহা সময়ত তেওঁক কোনো প্ৰকাৰৰ অভ্যৰ্থনা নকৰাৰ বাবে তাহানিৰ চিফ্ কমিচনাৰ মিঃ ফুলাৰে হুকুম জাৰি কৰিছিল। সেই হুকুম অমান্য কৰি ভাৰত বন্ধু কটনক সন্মান দেখুৱাবলৈ কোনেও এনেকি কটন কলেজৰ প্ৰিন্সিপাল, প্ৰফেচাৰ আদিয়েও সাহস কৰা নাছিল তেনে স্থলত হৰমোহন দত্ত সেৰস্তাদাৰে নিজৰ চাকৰিৰ প্ৰতি ভ্ৰুক্ষেপ নকৰি মহামতি কটনক কৃতজ্ঞতা সহকাৰে শ্ৰদ্ধা ভক্তি জনাইছিল। আগৰ দিনৰ চৌগা চাৰ্‌কৰ পিন্ধা চৰকাৰৰ বিষয় জনৰ এনে বিধ সৎসাহস আৰু ভদ্ৰতাত সন্তুষ্ট হৈ তেওঁৰ ধন্যবাদ দিয়ে আৰু বিলাতলৈ উভতি যাই আদ্যোপান্ত সকলো কথা পাৰ্লিয়ামেণ্টক জনায়। সেই মহা সভায় চাৰ হেনৰী কটনক বিলাতত সন্মানিত কৰিলেই এনেকি তেওঁৰ প্ৰতি-মূৰ্ত্তি

এটি গুৱাহাটীত স্থাপন কৰি তাৰে গলত মাল্য প্ৰদান কৰি সন্মান দেখুৱাবলৈ ফুলাৰ চাহেবক বাধ্য কৰিলে। তৎকালীন ইণ্ডিয়া (*India*) নামে ইংৰাজী কাকত খনে কলিকতাৰ পৰা হৰমোহন দেৱৰ সৎসাহস আৰু ভদ্ৰতাৰ বাবে নথৈ প্ৰশংসা কৰিছিল। সকলোৱে ভাবিছিল কিজানি তেওঁৰ চাকৰিতো যাবই, হুকুম অমান্য কৰা বাবে আৰু বা কি হয়? কিন্তু চৰকাৰে তেওঁক পেঞ্চন দি বৰপেটা টাউন মৌজাদাৰৰ পদত নিযুক্ত কৰে আৰু শেষত সেই মহকুমাৰ অনাৰেৰী মাজিষ্ট্ৰেটৰ ক্ষমতা দিয়ে। তেওঁৰ দেশভক্তি, অতিথি সেৱা আৰু দুখীয়াৰ প্ৰতি দয়া মৰম অতি প্ৰশংস নীয় আছিল'

পতিব্ৰতা গনেশ্বৰীৰো ধৈৰ্য্য, ক্ষমা, দয়া আদি ধৰ্ম্মৰ লক্ষণ বিলাক থকা গুণে জাতি ধৰ্ম্ম নিৰ্বিশেষে মানুহে তেওঁক "আই উপাধি দিছিল, আৰু তেওঁৰ সম্বন্ধে মই অকিঞ্চনেকো আজিলৈকে হিন্দু মুছলমান বহুতে "মামা" সম্বোধন কৰে। অকল সেয়ে নহয় তেওঁ এজনী সুদক্ষ ৰান্ধনীও আছিল। তেওঁৰ পৰাই মই নিজেও সুপকাৰ বিদ্যা আৰু মাতৃকুলক (নাৰী জাতিক) অন্নপূৰ্ণা 'বিবী ফতেমা" ব, চেন্ট মেৰী (মৰিয়ম) জ্ঞানে শ্ৰদ্ধা কৰিবলৈ শিকিছোঁহঁক। সতী জয়-মতী, মহাৰাণী দ্ৰোপদী আৰু পৰোপকাৰাৰ্থে পুত্ৰ উছৰ্গা কৰা পাণ্ডব মাতৃ কুন্তীৰ নিচিনা গনেশ্বৰী দেৱীও মোৰ মনত প্ৰাতঃস্মৰণীয় হৈ থাকিব।

কেহোৰামৰ ভাষা সম্বন্ধে কেইজনমান বিচক্ষণ সাহিত্যিকে সুধিছিল "ভাষাক জাতিৰ পিনে নমাব লাগিব নে জাতিক ভাষাৰ পিনে টানি তুলিব লাগিব? এই প্ৰশ্নৰ নিজে একো সিদ্ধান্ত কৰিব নোৱাৰি আৰু অন্যৰ পৰাও সন্তোষজনক উত্তৰ নাপাই অৱশেষত অসমী আইৰ সুযোগ্য সন্তান স্বনাম ধন্য **ডাঃ সূৰ্য্যকুমাৰ ভূঞা** ডাঙৰীয়াৰ ওচৰ চাপিবলৈ বাধ্য হৈছিলোঁ। তেখেতে অক্স ফোৰ্ড বিশ্ববিদ্যালয়ৰ (*Orford University*) ছুখন জাননীৰ উল্লেখ কৰি কলে "ভাষা শুধৰাবলৈ বহু শিক্ষিত ওলাব, এতেকে ভাষাতকৈ ভাবৰ ওপৰতে অধিক গুৰুত্ব আৰোপ কৰিব" তেখেতৰ এই উপদেশ নোপোৱা হলে মোৰ নিচিনা ভাষা অনভিজ্ঞ লোকৰ পক্ষে কেহোৰাম কবিতা ছপোৱা অসম্ভৱ হলহেঁতেন। এতেকে মোৰ শলাগৰ ডাঙৰ শৰাইখন ভূঞা ডাঙৰীয়াৰ উপযুক্ত নামত আগবঢ়ালোঁ।

তেখেতৰ ভবিষ্যৎ বাণী সফল হ'ল। আজি ভাষা আৰু ভাব উভয়কে শুধৰাবলৈ গুৱাহাটী বিশ্ববিদ্যালয় আৰু "ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতি"-ক ৰক্ষা পাই নিশ্চিন্ত হৈছোঁ। সংস্কৃত, ইংৰাজী, ফৰাচি আৰু পাৰ্চি আদি বহু ভাষাৰ জীৱনী শক্তি আজিও হ্ৰাস হোৱা নাই, এতেকে দেৱতাৰ লীলা ভূমি আৰু বীৰ বীৰাঙ্গনা দেশৰ অসমীয়া ভাষাও অকল অসমৰ নহয় পৃথিবীৰ মানুহ-ৰেই আদৰণীয় হোৱাটোকেই বাঞ্ছা কৰোঁ।

বয়সত সৰু হলেও মানত ডাঙৰ বিহগী কবি **শ্ৰীমান ৰঘুনাথ চৌধাৰীক** দেখুৱাবৰ কাৰণ হাতে লিখা অৱস্থাতে প্ৰবন্ধটি নিয়া হৈছিল। তেওঁ নিজে নপঢ়ি মোকেই পঢ়িবলৈ কলে। অলপ শুনিয়েই তেওঁ সৰল ভাবে কিন্তু টান মুখে কলে 'আপোনাৰ কেহোৰামৰ গাৰ্হলীয়া গীতবোৰ বান্ধৱ পত্ৰিকাত পঢ়িছোঁ। সোংকালে কিতাপ কৰি দিয়ক, তাৰ পাচত যি হয় কৰিম।" "ক্ৰোধোপি দেবস্য বৰেণ তুল্যম" বোলা কথামাৰ তেনেই ফলিল—ৰঘুনাথৰ ক্ৰোধেই আশীৰ্ব্বাদ হল। তেওঁৰ সেই অকপট সুহৃদোপম বাণী শুনি উৎসাহিততো হলোৱেই, এনেকি ছপোৱা খৰচ ফেৰিও হাতত পৰিলহি। তেওঁ টানি নধৰা হলে কিতাপ খন ছপোৱাত আৰু পলম হলহেঁতেন। এতেকে মালা নিৰ্মাণৰে সজোৱা পলাগৰ শেষ ঠগীখন প্ৰিয়তম "ৰঘুবীৰ" নামত অৰ্পণ কৰিলোঁ।

অৱশেষত স্বৰ্গীয় কৰ্ম্মবীৰ নবীন চন্দ্ৰ বৰদলৈ দেৱ, প্ৰবীন সাহিত্যিক ৰায়বাহাদুৰ ৺কালীৰাম মেধি, মাননীয় দেশ বন্ধু ডাক্তৰ ৺হৰিকৃষ্ণ দাস প্ৰমুখ্যে যিসকল হিতাকাঙ্ক্ষী বন্ধু বান্ধৱে মোক এৰি পৰলোকলৈ গৈছে সিবিলাকৰ আত্মাৰ সদগতি আৰু শান্তিৰ নিমিত্তে পৰমেশ্বৰক মিনতি জনাই, ভুলভ্ৰান্তি শুধৰাই অভিমত আৰু উৎসাহ দিওঁতা শ্ৰীমান হৰিনাথ পাঠক চৌধুৰী, শ্ৰীমান গৰ্গ নাৰায়ণ চৌধুৰী বি এল্, শ্ৰীদৈবচন্দ্ৰ তালুকদাৰ সুহৃদোপম শ্ৰদ্ধেয় শ্ৰীকালাৰাম বৰ্ম্মন বি. এল্ (এড্‌ভোকেট) শ্ৰীমান ৰণবাসু বড়ো-মুক্তিয়াৰ,

শ্ৰীমান হৰি নাথ ভট্টাচাৰ্য্য বি,এ, ইঞ্জিনিয়াৰ, শ্ৰীমান মহেশ্চন্দ্ৰ গোস্বামী—ভাইচ্ প্ৰিন্সিপেল, নগাওঁ কলেজ, প্ৰিয়তম ছাত্ৰ মঃ মহিবুদ্দিন আহমদ আৰু সহপাঠী অবসৰ প্ৰাপ্ত জজ শ্ৰদ্ধেয় শ্ৰীকামাখ্যা ৰাম বৰুৱা দেৱ, বিশেষকৈ অসম সাহিত্য সভাৰ প্ৰাচীন অনুসন্ধানকাৰী অসম গৱৰ্ণমেণ্টৰ ৰিচাৰ্চ স্কলাৰ, বৰ্ত্তমান গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাচীন পুথিৰ গবেষক পণ্ডিতজ্ঞ শ্ৰীমান দণ্ডীৰাম দত্ত ৰোপাৰ নাম উল্লেখযোগ্য। ইমান দায়িত্বপূৰ্ণ কামৰ মাজতো পুৰণি সাঁচিপতীয়া পুথিৰ অনুসন্ধান কাৰ্য্যত গোটেই অসম প্ৰদেশ ঘূৰি থাকি নিজ কৰ্ম্মত ব্যস্ত থকা স্বত্বেও এই প্ৰবন্ধটি নকল কৰি উলিয়ালে আৰু প্ৰকাশকৰ ভাৰো ললে। আন কি প্ৰুফ আদি চোৱা সকলো কাম কৰিলে।

পৰমেশ্বৰে তেওঁক সৰ্ব্বতোভাৱে কল্যাণ কৰোক।

গুৱাহাটী
২।১।৬১

শ্ৰীপ্ৰসন্ন নাৰায়ণ চৌধুৰী

ওঁ

"নমো নাৰায়ণায়"

# কেহোৰাম

## ৩। বন্দনা

সৃষ্টি স্থিতি প্ৰলয়ৰ অনাদিকাৰণ (খ)
আৰম্ভৰ সিদ্ধি হেতু "নমো নাৰায়ণ"
"নাই যাক সম, যাত কৰি বৰ নাই,
নিজ স্বৰূপত আছা বসিয়া সদায়।"
হৃদয়ৰ ঈশ্বৰ পৰম মোৰ গুৰু,
প্ৰভু ভগৱন্ত ভকতৰ কল্পতৰু।
অসমী জননী তুমি জনক অসম,
অভেদ "পিতৰৌ" "একমেবাদ্বিতীয়ম্।"

---

## ৪। সুচনা

সংসাৰ ৰূপক বৃক্ষ অনিত্য শৰীৰ (গ)
সুখ দুখ দুইফল এই বিটপীৰ।
প্ৰকৃতি আশ্ৰয়ভূমী—পৰমা-পীৰিতি,
ঈশ জীৱ দুই তত্ত্ব থাকে তাত নীতি।
পক্ষী যেন জীৱে ভোগ কৰে দুয়ো ফল,
সুখত সন্তুষ্ট হয় দুখত বিকল।
কৰ্ম্মৰ অধীন জীৱ আহে আৰু যায়,
এৰে পূৰ্ব্ব দেহা নব শৰীৰক পায়।
কেৱল আনন্দ ঈশ মোক্ষৰ নিদান,
দেহৰ নাশতো যোনে থাকে বিদ্যমান।
নাই হৰ্ষ শোক যাৰ নাই দুখ ভোগ,
নাই জাতি ভেদ কিম্বা জড়া মৃত্যু ৰোগ।
সংসাৰৰ বীজ এক অদ্বিতীয় জ্ঞান.
নাৰী বা পুৰুষ দেহ সবাতো সমান।
সুবৰ্ণ কাৰণ যেনে মণি কুণ্ডলৰ,
ঈশ্বৰো কাৰণ তেনে জীৱ সংসাৰৰ।
নাশ হয় কুণ্ডল নহয় সুবৰ্ণৰ,
বিনাশী বিশ্বহে অবিনাশী বিশ্বেশ্বৰ।
তেওঁৰেই নামে কৰে কৰ্ম্ম বন্ধ হীন,

প্ৰপঞ্চ জগতো তেওঁতেই হয় লীন।
মেঘত বিদ্যুৎ যেন নৈ সাগৰত,
জন্মে আৰু লয় হয় আদি কাৰণত।
ভাগৱত তত্ত্ব এই, শ্ৰীমন্ত শঙ্কৰে,
প্ৰচাৰি পূবৰ দিক আলোকিত কৰে।
অনুগামী হৈ তেৰাৰেই পদাঙ্কণ,
জগতৰ শিষ্য মই কৰিলোঁ বৰ্ণন।
সুখৰ বসন্ত লাহ বিলাসৰ পাক,
দুখৰ সৰ্পৰ গীত মৰণৰ ডাক।
ঘূৰে চক্ৰাকাৰে দুযো যেন ঋতু মাহ,
অনুক্ৰমে আহি পালে ফাগুনী বতাহ।
আকৌ এবাৰ পচোৱাৰ পৰশত,
জাগিল নিদ্ৰাৰ পৰা সুসপ্ত জগৎ।
গালে এটি প্ৰভাতৰ গীত মধুময়,
ব্ৰহ্মপুত্ৰ কল্লোল শুনোঁতে "জয়-জয়"।
তাৰে প্ৰতিধ্বনি এই জীৱন মৰণ,
সাম্য, মৈত্ৰী, স্বাধীনতা শান্তিৰ সপোন।

## কেহোবাম

## প্ৰথম আধ্যা

### ৫। বসন্ত

অগ্নিৰ উৎসৱ          পুহৰ সংক্ৰান্তি
ভোগালী বিহুৰ ভাগ
সকলো বোৰকে          পিচ কৰি থই
মাঘ মাহে বাঢ়ে আগ।
ধৰমৰ মাহ          এই বিশ্বাসেৰে
"ধৰ্ম্মাৰণ্য" অসমত
যথা শক্তি লোকে          কৰে পুণ্য কৰ্ম্ম
ভোজ, সেৱা আদি যত।
খেতি পথাৰৰ          বন শেষ কৰি
মুকলি মূৰীয়া হ'ই
থান সত্ৰ বুলি          যায় তীৰ্থ যাত্ৰী
বাটৰ সমল লই।
গাৱঁৰ ৰাইজে          উপভোগ কৰে
সভা মহোৎসৱ পাতি।

ধুলীয়া, খুলীয়া, পুতুলাৰ নাচ
ওজা ভাওৰীয়া মাতি ।
মূল গীতা পঢ়ে পণ্ডিত সকলে
পদ পঢ়ে অন্য জনে
ঠাই লাগি লাগি শ্ৰৱণী সকলে
শুনি থাকে এক মনে ।
এনে ধৰণেৰে মাঘ অন্ত হল
ফাগুনে দিলেহি ভৰি
মলয়াচালত গাৱ চালি দিলে
চন্দনেই আগ ধৰি ।
আহিল ফাগুনী শিৱৰ পূজাৰ
সম্ভাৰ সমূহ লই
কনক চম্পাৰে দিলে পুষ্পাঞ্জলী
সকলো ফুলৰে হ'ই
নাচাকে কুইৰে আৰু দশোদিশ
নবয় উত্তৰ বায়ু
ধৰিছে সুৰুজে উত্তৰ অয়ন
বিনাশি শীতৰ আয়ু ।
জিলিকি উঠিছে তাৰকা মণ্ডল
ছাঁয়াপথ শশধৰ
ধোঁৱা বৰণীয়া ঢাকনিৰ পৰা
মুক্ত দিক-দিগন্তৰ ।

দক্ষিণৰ পৰা মৃদু গতি কৰি
বয় মলয়াৰ বায়
মাজে মাজে আহি জাৰা ৰৰযুগে
ধুরে প্রকৃতিৰ গায় ।
একগুণ মাথো নিচিল ৰবিয়ে
ৰস পৃথিবীৰ পৰা
দিলে হাজাৰকে গুণ তাকে পাই
আনন্দিত বসুধৰা ।
ভোকাতুৰে যেন পালে দিব্য ভোগ
উদ্ভিদৰো তেনে হল
ভূগৰ্ভৰ পৰা সোমৰস পাই
অধিক বাঢ়িলে বল ।
তৰু তৃণ লতা গছ গছনিৰ
ওলাল চিকোন পাত
শীতৰ ঠেঁটুৰা গুচিল প্রাণীৰ
বসন্ত লাগিল গাত ।
সেউজীয়া ঘাঁহে আগুৰে পথাৰ
জনমে নতুন বন
বতাহে সইতে নাচে ঠগধৰি
দেখিলে নিফিৰে মন ।
গেৰুৱা বৰণ পৰ্ব্বত টিঙত
কুমলীয়া পাতে এৰে

শাৰী পতা গছে দিছে কেনে শোভা
কোনেনো বৰ্ণাব পাৰে ।
মলিয়ালে আম ফুলিল মালতী
কাঞ্চন কেতেকি জাই,
জুতি গুটিমালি তৰুৱা কদম
বকুল বেল মধাই ।
ফুলে হুলফলি চম্পা নাগেশ্বৰ
কমলা গন্ধ সোতুৰা
বাসন্তী লতিকা কামিনী কুসুম
সনৰু নিমু অমৰা ।
পলাশ শিমলু তমাল মদাৰ
নিমু চতিয়ান গাছে
উজল ৰূপহী ফুলৰ খোপাৰে
জকমক হই আছে ।
দেখোঁতে দেখোঁতে জুৰি সবোবৰ
গজিল পতুম বন
এটি দুটি কৰি হল প্ৰফুল্লিত
আদিত্যৰ প্ৰিয় ধন ।
আছে সৰগত নন্দন কানন
আছে পাৰিজাত ফুল
তাকে এৰি কিয় দেৱ দিবাকৰ
পতুমত বিয়াকুল ।

বৈকুণ্ঠ তিয়াগি কিয় পদ্মা দেৱী
কৰি বৰ হাবিলাস
মৰত ধামৰ বিলৰ মাজত
পদুমত কৰে বাস।
তেন্তে পৃথিবীত আছে যদি কিবা
সৌন্দৰ্য্যত এটি বিত
সেইটি কমল নহলেনো কিয়
হৰিব দেৱৰ চিত।
উৰি যায় বায়ু সুগন্ধি ফুলৰ
ৰেণু সমুহক লই
মোহে ত্ৰিভূবন উঠে দশোদিশ
আমোল মলিয়া হই।
দোক্ মোকালিৰ জুৰ বতাহত
নাচনী ফুলত পৰি
মত্ত মধুকৰে মৌ পিয়ে আহি
গুঞ্জৰণী সুৰ ধৰি।
আহিছে কিমান শুৱনী চৰাই
কিমানৰ নাম পাবা
একোটিৰ ৰূপ দেখোতে সন্তোষ
আনি যেন চুমা খাবা।
নজনা নুশুনা দূৰ দূৰণিৰ
কোনোবা দেশৰে পৰা

আজি কাহি আহি পাতিছে সবাহ
শুৱনী কৰিছে ধৰা।
কুঁহু কুঁহু কৰি বসন্তৰ ছন্তে
পঞ্চমত দিছে তান
সেই সুমধুৰ কণ্ঠ লহৰীয়ে
সুজুৰায় কাৰ প্ৰাণ।
আনে ককিলায়ে কল্পনা পথক
যমুনাৰ উপকূল
গোপী মোহনৰ বাঁহীৰ বাজনা
কেলি কদম্বৰ মূল।
"সখী ঔ সখী ঔ" সম্বোধন কৰে
সখিযতি পাটমাদে
জিয়াৰী বিহগী "আই মোক নি
থউ" বুলি বুলি কান্দে।
"বৌ কাকা ক'ত" বুলি ডাক চাৰে
পুৱতী নিশা নিমাতি
সেই ধ্বনি যেন নিজম জগতে
শুনি থাকে কাণ পাতি।
কবি কাননৰ সুৱদি কেতেকি
শুনি হেনো তোৰ গান
মহা কবিজনো হয় উদাসীন
যোগীৰো ভাঙে ধিয়ান।

চিঁউ চিঁউ কৰে ফিঙ্গু পক্ষীৰাজে
পুৱঁতী ভোটাক চাই
উষাৰ লগত মিলি দিয়ে তুমো'
সুখ এটি সোঁৱৰাই ।
শিশু কাল মোৰ আইৰ চেনেহ
পূর্ণ শোভা প্রকৃতিৰ !
বিজুলীৰ দৰে আহি তাৰ ভাবে'
ৰোমাঞ্চ কৰে শৰীৰ ।
কিয় আছে মোৰ হিয়াৰ মাজক
নাপাওঁ মনক গুণি'
অতীত কালৰ আনন্দৰ স্মৃতি
ফিঙ্গুৰ চিঁয়নী শুনি ।
ৰাত বিৰাতৰ সেই সময়তে
দহিদলে ৰাগ টানি
অৱতীর্ণ কৰে মৰতক প্রতি
স্বর্গৰ অমিয় বাণী ।
কোনোবা হাবিত "কি সহাদেউ
কি কোৱা কোৱা" বুলি ।
সহাদেউ পখী সোধে ৰিঙ্গিয়াই
ওপৰক মুৰ তুলি ।
"কংশ ৰায় উঠ" এই শবদেৰে
গাই জাগৰণ গীত

ৰন কুকুৰায় ব্ৰহ্ম মুহূৰ্ত্তত
সচেতন কৰে চিত ।
নাজাগে অকলে সেই বাক্য শুনি
পণ্ডিত, ভকত, মুনি
পৰ্ব্বতে ভৈয়ামে জাগে সকলোৱে
মুৰুগাৰ ডাক শুনি ।
জীৱনৰ তন্ত্ৰী হয় ঝঙ্কাৰিত
কুৰুৱায়ে পাৰে ৰাৱ
বিৰালী বাঘিনী ঘূৰি আহে তাকে
যত আছে নিজ চাঁৱ ।
ভালেতো কুকুৰা কুমাৰী গোসাঁনী
তোক পায় বৰ ভাল
শক্তি লাভ হেতু কষ্ট দিয় তই
সুখৰ প্ৰভাত কাল ।
প্ৰভাত শক্তিৰে জাগৰিত হই
বৰাহৰ বংশ ধৰে
পত্ত ছন্দ কৰি ৰামায়ণ খন
অসমক দান কৰে ।
বড়ো সকলেই বৰাহ বিষ্ণুৰ
প্ৰিয়তম বংশধৰ
যি কূলত আহি হইছিল জন্ম
নৃপ মহা মানিক্যৰ ।

ধন্য কামৰূপ বীৰৰ জননী
দেৱতাৰ লীলা ভূমী
ৰামায়ণ গীতা ভাগৱত দাতা
ৰজাকো জন্মাইছা তুমি ।
যাৰ আজ্ঞা বাণী শিৰোগত কৰি
বড় ভূঞা গদাধৰে
পৰশুৰামৰ পথ মোকলাই
তীৰ্থ পৰ্য্যটন কৰে ।
সেই ভূঞাৰেই গুৰু পুৰোহিত
অনন্ত আচাৰ্য্য ঋষি
মাধব কন্দলী দেৱেৰে ভঙ্গালে
মূলৰ পদ হৰিষি ।
বৰাহি মানিক্যে তাকে আগ কৰি
সাধিলে প্ৰজাৰ হিত
চন্দ্ৰ দিবাকৰ থাকে মানে গাব
এই ৰামায়ণ গীত ।
আৰ্য্য অনাৰ্য্যক প্ৰাগ্‌জ্যোতিষত
এক সূত্ৰে বান্ধিছিল
বাল্মীকি গুৰুৰ "ৰাম ৰাজ্য খন"
ই দেশতো থাপিছিল ।
সত্য পতিব্ৰতা আদি গুণ যুক্ত
ভাষান্তৰ ৰামায়ণ

ইখন সমান নাই আৰু কতো
পদ অতি বিতোপন।
মহা মানিক্যৰে আদেশত গুৰু
গোবিন্দ মিশ্ৰ গোসাঁই
সংস্কৃত ভাঙ্গি গীতা পদ কৰে
হনুমন্তি টীকা চাই।
প্ৰথম "সচঙ্গ" পাতে বড় ভূঞা
গদাধৰে থাপি গীতা
তেতিয়াৰে পৰা মহন্ত সকল
বাপা গুচি হল পিতা।
ৰাজ মেধি পদ পালে গদাধৰে
লভি ৰাজ অনুগ্ৰহ
দেশ জুৰি বলে শান্তিৰ মলয়া
গুচিল যুদ্ধ বিগ্ৰহ।
পণ্ডিত ব্ৰাহ্মণ পাত্ৰ মন্ত্ৰী আৰু
প্ৰজা পুঞ্জে কৰি মান
নৰৰ দুৰ্লভ মহা মানিক্যকো
কৰিলে উপাধি দান।
তেতিয়াৰে পৰা "দুৰ্লভ নাৰান"
নামেদি হল প্ৰখ্যাত
যাৰ যশস্যায়ে কৰিছে উজ্জ্বল
চৰিত্ৰ পুথিৰ পাত।

এই জনাৰেই    ৰাজত্ব কালত
আদি কবি অসমৰ
হেম সৰস্বতী    ৰচনা কৰিছে
উপখ্যান প্ৰহ্লাদৰ।
তাকে পাঠ্য কৰি    "কাইথেলী" নামে
প্ৰথমতে বিদ্যালয়
থাপি শিক্ষা দিয়ে    গণিত বুৰঞ্জী
নীতি ধৰ্ম্ম কৰ্ম্ম চয়।
ইমানেই শেষ    নহয় কুক্কুট
আৰু শক্তি আছে তোৰ
চানক্য পণ্ডিতে    জানিছিল তাক
নাই সেই জ্ঞান মোৰ।
দৰল দিনৰ    তোৰ ৰাব শুনি
ভট্ট কবি ধীৰেশ্বৰে
বৃত্ত মঞ্জৰীৰ    এটি মনোহৰ
ছন্দৰ ৰচনা কৰে।
তোৰে সহায়তে    কামাখ্যা আইয়ে
কৰ্ম্মনাশা ৰূপ ধৰি
নৰকাসুৰক    দিয়ে দিব্য গতি
মন্দ আশা ভঙ্গ কৰি।

শৰৎ আৰু বসন্তক দৰল দিন কোৱা হয়।

তোকে আগ কৰি পূজি চণ্ডীকাক
লভিছিল দিব্য বৰ
যাৰ প্ৰভাৱত "কুকুৰা ফালেঙ্গি"
হয় "চান্দ সদাগৰ।"
ছয়গাওঁ থনে চান্দৰ নগৰ
আজিও প্ৰমাণ পাই
মধুকৰ ডিঙা বন্ধা খুটি আৰু
আছে মেৰ ঘৰ ঠাই।
তোৰ ৰুধিৰেৰে পূজি দেৱতাক
এদিন আহোম জাতি
মহা অগ্নিবান লাভ কৰিছিল
জগতে "অসম" খ্যাতি।
তোৰ আৰাৱতে সচেতন হই
বিশ্বাসী ভক্তসকলে
নাম ঘৰ মঠ মজিদত যাই
লগ হয় দলে দলে।
মিনতি জনাই পৰম দাতাক
মাগি লয় ইষ্ট বৰ
যাৰ প্ৰভাৱত হয় শক্তিশালী
প্ৰাৰ্থনীয়া নিৰন্তৰ।
তেনে শক্তিমন্ত এটি দলে মিলি
বিশ্বক স্তম্ভিত কৰি

অৰ্দ্ধ চন্দ্ৰ আঁকা বিজয় পতকা
তুলিছিল ভাঙি ধৰি।
এচিয়া দেশৰ মুচিলে কলঙ্ক
'ট্ৰোজান্' যুদ্ধৰ চিন
কৰিলে প্ৰমাণ পশ্চিম দেশতো
প্ৰাচ্য যে নহয় হীন।
আজিও তৰুণ তুৰস্ক প্ৰদেশে
গাই বিজয়ৰ গান
বল দৰ্পি জড়- বাদী জগতৰ
কঁপাই তুলিছে প্ৰাণ।
সেই গৌৰৱৰ হইছিল ভাগী
পুনৰ জাপানে যাই
'পোৰ্ট আৰ্থাৰৰ' যুদ্ধ জয় কৰি
ৰুচিয়াক ঘটুৱাই।
বসন্ত কালত আৰু বহুবিধ
চৰাইয়ে মাত ধৰে
সেই মাত শুনি নানা তৰহৰ
আখ্যান মনত পৰে।
"গুৰু কোৱা কোৱা" ডাউকৰ বাণী
শিষ্যৰ বিননি সুৰ
পৰ্ব্বত কানন নদীৰ কুলত
শুনোঁতে অতি মধুৰ।

গোবিন্দৰ গুণ কীৰ্ত্তনৰ সুখ
ডাউকে মনত কৰি
বছৰে বছৰে বসন্ত কালত
ডাকে হেনো তেনে কৰি। (২০)
জোনাক সন্ধ্যাৰ বগা মেঘ দেখি
গছৰ ডালত পৰি
'কেহা কেহা' ৰবে চিত হৰি নিয়ে
ময়ূৰে পেখান ধৰি।
বন-সৌন্দৰ্য্যৰ মোহন প্ৰতীক
অজলা হৰিণ গণে
ঘাঁহৰ গজালি কুঁহি পাত খাই
নাচি ফুৰে বনে বনে।
একে লগে চৰে হৰিণা হৰিণী
একে লগে ঘাঁহ খায
সেই দৃশ্য দেখি আচোক মনুষ্য
দেৱতাযো মোহ যায।
হৰিণৰ দৰে গৰুৰো আনন্দ (২১)
ঘঁহি লয় মাল মাটি
উনমত্ত হই নাদিয়াই ফুৰে
যুঁজে ফেৰ পাতি পাতি।
মহা উপকাৰী মনুষ্য লোকত
প্ৰতি পালকৰ দান

অন্য কোনো প্ৰাণী পৃথিবীত আৰু
আছেনে গৰুৰ মান ?
নহয় অকলে সন্তানৰে মাতৃ
চেনেহী খিৰতি গাই
দেৱ পিতৃ আৰু ঋষি মানৱৰো
তেওঁ অন্নপূৰ্ণা আই।
কাল প্ৰভাৱত উল্লাসিত পশু
পক্ষী আদি জীৱগণ
মানৱ প্ৰাণতো হয় প্ৰবাহিত
আনন্দৰ সমিৰণ।
এই কালতেই বসন্ত উৎসৱ
দোলৰ সুৰৱী দিন
ফাকু আবিৰৰ খেল ধেমালিয়ে
কৰে ভেদা-ভেদ হীন।
দৌল উৎসৱতে বৰপেটা লই
আহিছিল মনোমতী
পিতৃ ভকতিৰ আদৰ্শ প্ৰতিমা
সাবিত্ৰীৰ দৰে সতী।
যাৰ নাম লই কৰিলে ৰচনা
‘মনোমতী’ কাব্যখানি
‘অসমৰ স্কট’ ৰজনী কান্তয়ে
সত্যত ৰহন সানি।

পূৰ্ব্ব ফল্গুনীৰ অৱসান হল
আহি পালে মধুমাহ
ব্ৰহ্মাৰ মানস সৰোবৰ মুখে
উৰি গ'ল ৰাজহাঁহ।
আনো নানাবিধ প্ৰবাসী পখীও
'ধুপুনী'কে আদি কৰি
শীত দেশ যত গুছি গল তাকে
মহত্তৰ পথ ধৰি।
খিলঞ্জীয়া টীয়া ময়না ভাটোৱে
মলয়াৰ বাৰ পাই
বাঁহ নিৰ্ম্মাণৰ খেৰ কুটা আৰু
বিচাৰে সুচল ঠাই।
ডিম্বকোষ বাঢ়ে মাছৰ গৰ্ভতো
হয় উত্ৰাৱল মতি
নদীৰ মাজত পৰে বালিচৰ
সোঁতৰ কমিল গতি।
মাধবী মাহতে কুসুম আকৰে
যৌবনত দিয়ে ভৰি
আকাশ পাতাল বায়ু মণ্ডলত (২২)
উঠে আনন্দ লহৰি।
এই মাহৰেই শুক্ল চতুৰ্দ্দশী
তিথি শোক আনন্দৰ

একে সময়তে লভে কামদেৱে
শিৱকোপ আৰু বৰ ।
তাৰক অসুৰে অমৰা ৰাজ্যৰ
নিছে সিংহাসন কাঢ়ি
ত্রিদশ দেৱৰ মিলিছে দুৰ্গতি
সম্মুখ ৰণত হাৰি ।
পৰৰ দুখত কাতৰ মদনে
আপুনি মৰিব জানি
তথাপি হৰৰ যোগ ভঙ্গ কৰে
মহাপঞ্চবাণ হানি ।
স্বামী ভস্ম হ'ল শোক কৰে ৰতি
আনন্দিত দেৱগণ
ৰূপ পালে কামে দেখি হৰষিত
পাৰ্ব্বতী মাৱৰো মন ।
মদন ভস্মৰ অভিনয়তেই
জন্মি স্কন্দ সেনাপতি
তাৰক অসুৰ বধি উদ্ধাৰিলে
ইন্দ্ৰৰ অমৰাৱতী ।
আনন্দিত হল যক্ষ ৰক্ষ সব
আসুৰী ভোজন পাই
আজিও আনন্দ কৰে কামৰূপে
এই লীলা গীত গাই ।

মাধৱী-চৈতন্তে অবতীর্ণ হয়
ৰঘুপতি ৰজা ৰাম
যাৰ ৰাজত্বক অদ্যাপি মানুহে
ব্যাখ্যা কৰি লয় নাম ।
কিন্তু হে বিধাতা কেনে আচৰিত
তোমাৰ কপট মতি
সুখৰ মাজতো ৰাখিছা সদায়
দুখৰ বিষম গতি ।
দেৱতা অসুৰে মথিলে সাগৰ
কৰি বৰ আসৰিস
অমৃতো জন্মিল লক্ষ্মীয়ো জন্মিল
জন্মিল গৰল বিষ ।
অতি প্ৰিয়তম জীৱন যৌবন
নানা বিধ সুখ ভোগ
তাৰো লগে লগে আছে বিজৰীত
জৰা মৃত্যু আৰু ৰোগ ।
শৰত কালৰ মৌ বৰষোৱা
জোনাকৰ মাজে মাজে
আঁউসী ৰাহুৱে থাকে চুপা পাতি
যেন চটকক বাজে ।
আহে ঋতুৰাজ সুখৰ বসন্ত
কুসুমৰ মালা আৰি

কাল সর্পৰূপী দুখ এটি তাৰো
হয় আহি সইতাৰি ।
যাৰ বিষ লাগি ডেকা এজনৰ
ঘটে মৃত্যু নির্জনত
যিহৰ নিদানে নানা তৰহৰ
ভাবনা জাগে মনত ।
সেই ডেকাজনে "কেহোৰাম" মোৰ
অপভ্রংশ কেশবৰ
জীৱন মৰণ সপোন কাহিনী
সর্প আৰু বসন্তৰ ।
লাহ বিলাহৰ বসন্ত বর্ণনা
ইয়াতে সামৰি থওঁ
একেলগে অহা সর্পৰ কাহিনী
অলপ বিবৰি কওঁ ।

# ৬। সৰ্প

তপস্যাৰ উত্তাপত যোগীৰ দেহত যেনে
উদ্‌বোধিত হয় কুণ্ডলিণী
উত্তৰাৰ্ক তপনৰ সেইদৰে তাপ পাই
জাগি উঠে বিষধৰ ফণী।
বিয়পি হেমন্তশীত আছিল টোপনি যাই
নিবিৰ গাতত নিৰাহাৰে
নাৰাখিলে তাত কিন্তু কালে সেই অৱস্থাত
বিধাতাৰ বিধি অনুসাৰে।
যিদৰে পুণ্যাত্মা গণে এৰি অন্নময় কোষ
গতি কৰে দিব্য দেহ লই
সেইদৰে কালসৰ্পে পুৰণি চোকৰা কাটি
ওলাল গাঁতৰ বাজ হই।
জাতি চকৰীয়া, ফেটী কায়ামিয়া তেৰেচিয়া
মেকুৰীয়া, খোৰঙিয়া গম
তাৰা দাঁহি বাঁকবাজ দোমুৱা মাৰলিবদ
ইন্দ্ৰজিত মূৰ্ত্তিমন্ত যম।

কাণশালা বাতাফোঁফ শালিকা ঠুটিয়া ঢেমা
বাৰিৰথা আৰু মণিৰাজ
খোৰোঙ কেৰেপা এৰি আহে পৃথিৱীক সাজি
পিন্ধি যেন মনোহৰ সাজ।
কাৰোবা দেহৰ কান্তি সেন্দুৰ সাদৃশ ৰঙা
কাৰোবাৰ কেতেকী বৰণ
মুগা বগা কলা কাৰো সেউজীয়া মাজেঠিয়া
আৰু নানা ৰং বিতোপন।
অগ্নি শিখা অনুপম তীব্ৰ গতি দুমুখীয়া
জিভাৰ গঠন চোৱা কেনে
শত্ৰুক আগত দেখি ওপৰলৈ তোলে ফণা
খঙত ফোঁপায় ঘনে ঘনে।

* * *

এই সৰ্পৰেই বান্ধোন চোটত
যদিও অলপ কাল
ছদ্ম বেশ ধৰি হই অচেতন
আছিল কৃষ্ণ গোপাল।
শুনা পাই নন্দ যশোদা ৰোহিনী
ব্ৰজ কুলাঙ্গনা গনে
কালীয় হ্ৰদৰ পাৰলই গই
কান্দিছিল সকৰুণে।

নাগ দংশনতে চন্দ্ৰ বংশধৰ
পৰীক্ষিত নৃপতিৰ
গঙ্গাৰ তীৰত হল ভস্মীভূত
সুন্দৰ ৰাজ শৰীৰ।
সৰ্প ৰূপ ধৰি ধূৰ্ত্ত চয়তানে
জনমায় অবিশ্বাস
ঈশ্বৰক প্ৰতি "আদম ইভৰ"
পবিত্ৰতা কৰি নাশ।
সৰ্ব্ব শক্তিধৰ বিভূৰ ক্ষমাৰ
মনোমোহা উপাখ্যান
ইংলণ্ডৰ ৰাজ কবি "মিল্‌টনৰ"
কাব্যত আছে প্ৰমাণ।
শুনা আৰু বিধি তোমাৰে কিৰিতি
বৰ নিদাৰুণ কথা
বাৰ বছৰীয়া কুমাৰী এটিক
কিদৰে দিছিলা ব্যথা।
আয়তী সবৰ গীত জোকাৰৰ
মাজতেই "চাঁয়া দক"
অভিনয় পাতি ৰং ধেমালিৰ
সলনি দিছিলা শোক।
সতীৰ শকতি হ'ল প্ৰকটিত
উঠি বহে' লখিন্দাৰ

বাদ্য ভণ্ড বেদ মন্ত্ৰধ্বনী উঠে
বিয়ানাম পুনৰ্ব্বাৰ ।
সেই জনীয়েই ৰূপৰ প্ৰতিমা
বেউলা সতী কুমাৰী
সৰ্পেই কাৰণ বিয়াৰ ৰাতিতে
হইছিল "ফুলবাঁৰী" ।
কিন্তু ইমানতো নগল খণ্ডন
তোমাৰ লিখনি বল
বসন্ত কালৰ সাপৰ নিদানে
দেখা আৰু কি কি হ'ল ।
আহিল বেউলা ঘৰৰ লঘোনে
এৰি জনমৰ ঠাই
তেজি বাপ মায় লগৰ লগৰী
টীকৰ স্বামীক পাই ।
যেন হৰ গৌৰী সোভা কৰে দুয়ো
মেৰত আছিল শুই
সেই সময়তে ক্ৰূৰ অজগৰে
সুখত লগালে জুই ।
চন্দ্ৰ সূৰ্য্য বায়ু বহ্নি সাক্ষী কৰি
পদ্মাৰ আদেশ মানি
লখাইৰ কিনা আঙুলীত পাপী
দিলেহি কামোৰ টানি ।

বিষৰ জালত ঘটিল মৰণ
সপোনত দেখা পাই
বিয়াকুল হই আৰ্ত্তনাদ কৰি
উঠিল চমক খাই।
কান্দে বেউলায় স্বামীৰ শোকত
শুনাপালে সনেকায়
পুত্ৰৰ কাৰণে তেওঁও কান্দিলে
মেব ঘৰলই যায়।

* * *

মৰি মৰি ছয় পুত আছিল একেটি সুত
তাৰো হল অকাল মৰণ
শৰে বিৰিখৰ পাত বসুমতী মেলে ফাট
শুনি সেই শোকৰ ৰোদন।
পূৰ্ব্বৰ কথা সুঁৱৰি বেসুলায় ধৈৰ্য্য ধৰি
সাজপাৰ পিন্ধি বিধবাৰ
হাতৰ কঙ্কন বেচি ৰামকল আনে বাছি
ভেলেৰে সমুদ্ৰ হব পাৰ।
"সাহুৰ চৰণে ধৰি বিদায় মাগে সুন্দৰী"
অথণ্ড প্ৰদীপ দেথুৰাই

প্ৰবোধিলে এই বুলি "যাওঁ দেৱতাৰ পুৰী
আকৌ আহিম ঘূৰি আই।
বান বাৰিষাৰ কাল পখীও নাচাৰে ডাল
ধাৰাসাৰে মেঘে ধালে পানী
শৰটি ভেলত তুলি উজানী নগৰ বুলি
যাত্ৰা কৰে বিপদ নামানি।
কাকাৰাৰ সাগৰত হ'ল গই উপগত
নাই পুব পশ্চিমৰ চিন
নাই উত্তৰ দক্ষিণ চাৰিদিক সীমাহীন
শূন্যত হইছে যেন লীন।
স্বভাৱতে শিশুমতি তাতে এৰি গ'ল পতি
আৰু অভাগিনী একেশ্বৰ
ইনাই বিনাই পুনু কান্দে প্ৰাণ স্বামী বুলি
দেখি সেই অকুল সাগৰ।
ইয়াৰ বাহিৰে আৰু কি ঘটাব পাৰে বাৰু
পিক সখা কাল সহচৰে
সেই দেখি দিওঁহাক সুশুধিবা আৰু তাক
জানিলেও মনত নপৰে।
সৰ্প আৰু বসন্তৰ এটি মাথো পটন্তৰ
দুইফল সংসাৰ বৃক্ষৰ
সুখ দুখ ভাল মন্দ জনম মৰণ দ্বন্দ
ভোগ কৰে প্ৰাণী নিৰন্তৰ।

তিতিক্ষাৰ পথ ধৰি শোক ৰঙ্গ পৰিহৰি (২৩)
সংসাৰৰ মূলক বিচাৰি
অনিত্য নিত্যক জানি মহা পুৰষৰ বাণী
দ্বন্দাতীত হʼবলই পাৰি।



# দ্বিতীয় আধ্যা

## ৭। বিহু

ৰঙালী ফুলেৰে হই জাতিস্মাৰ
লগতে বিহগী ভোমৰা জঙ্কাৰ।
ৰাঙলী বিহুৰে দেখা দিলে আহি
বছৰৰ শেষ প্ৰথম দোমাহী,
মিলিল যিদিনা উলাহ মলাহ
গাওঁভূই জুৰি আনন্দ উৎসাহ।
নগৰতো তাৰ লাগে খলকনি
প্ৰথমে আৰম্ভ গৰুৰ ধুৱনী।
বুঢ়া ডেকা, লৰা হ'ল এক ঠাই
বিচাৰি আনিলে নিজ গৰু গাই।
ধুৱালে গৰুক দীঘলতি ধৰি
জাতীয় সঙ্গীত গাই ৰং কৰি। (২৪)

খুৰালে বেঙেনা লাউ পাৰে মানে
বছৰে বছৰে বঢ়াৰ কাৰণে।
গৰুৰ "কৰুণী" কৰি সমাধান
নিজেও পবিত্ৰ হল কৰি স্নান।
ধুতি কাপোৰেৰে হয় বিভূষিত
নাম ঘৰে ঘৰে হ'ল উপস্থিত।
একমনে মিলি নাম ধৰে টানি
উঠে দিব্য ধ্বনি দশোদিক চানি।
কীৰ্ত্তন সামৰি উঠি জন গনে
ডাঙৰক সেৱা কৰে সৰু জনে।
ঘৰাঘৰি গ'ল লই আশীৰ্ব্বাদ
মালা নিৰমালী সহিতে প্ৰসাদ।
ভোজন কৰিলে পিঠাপনা আৰু
দৈ, চিৰা, মিঠৈ, নানাবিধ লাড়ু।
গুৰু ব্ৰাহ্মণকো দুই চাৰি ঘৰে
দিলে দেৱভোগ শ্ৰদ্ধা সহকাৰে।
লৰা, ডেকা, সবে হই হৰষিত
খেল পথাৰত গই উপস্থিত।
যত, আছে মানে বলবন্ত বীৰ
পাতিলে উৎসব ৰং ধেমালীৰ।
হাউ, গুদ্ গুদ্ দাড়িয়া, ফাকুলি
জৰি টনা টনি, হাফ্‌লা হাফ্‌লি ।

মালবুজ, পশু পক্ষীৰ কৌতুক
দেখিলেই মিলে অনন্ত উচুক।
“পাৰতোলা ভঠেলীবো আৰম্ভন
হয় এটি দিব্য মিলন দৰ্শন।
ঘৰতো ঘৰুণী বোৱাৰী জিয়াৰী
সামৰিলে চেনেহৰ মাকু গাড়ি।
মোকলালে কাটি মাঙ্গল্য বিহান
প্ৰিয়জন লই মৰমৰ দান।
কটাই দিনটো এনে আনন্দৰ
অস্তাচল লই গ'ল দিবাকৰ।
আহি পালে গৰু উৰুৱাই ধুলি
জাক বান্ধি গৃহস্থৰ ঘৰ বুলি।
নতুন পঘাৰে বান্ধিলে সাদৰি
দিলে পূজা পানী ৰীতি অনুসৰি।
উঠিল সাজেলী ভোটা পশ্চিমত
হীৰাখণ্ড যেন নীল গগণত।
দেৱীৰ প্ৰদীপ জিল্‌মিল্ কৰে
গৃহদেৱী পৃথিৱীতো ঘৰে ঘৰে।
লগুৱালে চাকি হৰষিত ভাৱে
প্ৰণিপাত কৰি নিজ ইষ্ট পাৱে।
বিজতীয়া ভঙ্গা, জাগনি প্ৰদান
বিচনী কৰ্ম্মও হ'ল সমাধান।

থান সত্ৰ আৰু গোঁসাই ঘৰত
জ্বলিল সৰস দীপ মণ্ডপত।
নিত্য লীলা বনস্পতি দেৱতাৰ
যাৰ পোহৰত গুচে অন্ধকাৰ।
উঠে পূণ্য গন্ধ মোহিনী ধুপৰ
বিভূৰ বিভূতি পৃথিবী ভুতৰ।
গন্ধৰ্ব্ব দেৱতা হয় আবিৰ্ভাৱ
মানব প্ৰাণতো জাগে সেই ভাব।
বাজে শঙ্খ-ঘন্টা কাঁহ তাল খোল
স্বৰ্গভেদী উঠে দামনীৰ ৰোল।
ইপিনে সিপিনে হুচৰি বিহুৰ
উঠিল পেপাৰ বিনন্দিয়া সুৰ।
মাজে মাজে বাজে মাদল টোকৰা
উদঙাই দিয়ে হিয়াৰ নিজৰা॥
চিংফৌ বাঁহীৰ শুনিলে শবদ
ইতৰ প্ৰাণীও হয় নিশবদ।
ঢোল তাল বেনু বাদ্য ভণ্ড লই
নাৰী পুৰুষেৰে সমদল হই
বিহুৱা ককাই তেনেই উদাসী
আনন্দত গই হই বনবাসী।
ডেকা গাভৰুৱে নিজকে পাহৰি
গায় এক তানে নাচে ঠগ ধৰি।

এই মহোৎসবে জুৰিছে অসম
তাৰে ভিতৰৰ বৰগাওঁ নাম।
আছে অত্যাপিও সৰু গাওঁখনি
হাজোৰ পূবত দেখোঁতে শুৰনী।
শুৰনী-মুৰনী সংসপ্তক দল (২৫)
আছে সমুখত আহল বহল।
বুঢ়া-বুৰচিৰ শুনিছোঁ মুখত
পাণ্ডবৰ পক্ষে ভাৰত যুদ্ধত।
যিদিনা ব্যূহৰ মাজত অকলে
সুভদ্ৰাৰ সুতে যুঁজি বাহুবলে।
বৰিলে মৰণ যশস্যাক লই
সিদিনায়ে আছে অৰ্জ্জুনক লই।
সংসপ্ত দলক দেৱ নাবায়ণে
নাৰায়নী সেনা বধৰ কাৰণে।
ওচৰতে আছে বৰদধি সত্ৰ
নন্দৰ দধিৰ ভাণ্ডাৰ পবিত্ৰ।
ঈশান কোণত নীল বৰণৰ
শোভে ব্ৰহ্ম বোধে বিদাৰি অম্বৰ। (২৬)
হৰদত্ত বীৰদত্ত-মদনৰ
আছে বহু কীৰ্ত্তি চিন বীৰত্বৰ।
এই পৰ্ব্বততে মনাহ কুচিৰ
সতীৰ পুখুৰী সৈন্যৰ শিবিৰ।

জয়পাল শিৱ মন্দিৰে প্ৰধান
লুপ্ত হব ধৰা কীৰ্ত্তিৰ প্ৰমাণ।
নৈঋতত গিৰি গড়ুৰ অচল
আছে থিয় হই অচল অটল। (২৭)
তাৰে দুই শৃঙ্গ আছে বিদ্যমান
পোৱা-মকা আৰু কেদাৰৰ থান।।
একেখন ঠাই বেদ কোৰাণৰ
ইয়াতেই আছে "কালুৰো" কবৰ। (২৭ক)
আৰু কুহাবৰি টিলা বিতোপন
জন্মে তাত কুশ, ঘাঁহ অগনণ।
বুলবুলি চৰায়ে বাঁহ সাজে তাত
যজ্ঞ বৰাহেও কৰে আয়াজাত।
মনিকুট গিৰি পচিম আগুৰি
আছে হয়-গ্ৰীব মাধবৰ পুৰি।
চাৰি জনা গুৰু মিলনৰ ঠাই (২৮)
ইয়াৰ বাহিৰে আৰু কতো নাই।
বৃক্ষলতা বোৰো অতি মনোহৰ
মৎস্য কুৰ্ম্মে পূৰ্ণ দীঘি সৰোবৰ।
বুদ্ধৰ সমাধি ভূমি তীৰ্থস্থান
লামা ভুটীয়াই দিয়েছি প্ৰমাণ।
এয়ে "হাজো" বৌদ্ধ শ্ৰমন সবৰ
সূৰ্য্য ক্ষেত্ৰ স্থান কমলেশ্বৰৰ।

মণিকুটৰেই দক্ষিণ কাষত
বৰাহ কুণ্ডৰ অৱস্থান য'ত।
দামোদৰ গুৰু, চৈতন্যদেৱৰ
আছে দুইগুহা, দুয়োটি নামৰ।
ভীমে পন্থা খোৱা শিলৰ চৰিয়া
নেটাইৰ পাটা পুৰাণ কলিয়া।
মাধব কেদাৰ কথা প্ৰসঙ্গত
আকৌ এবাৰ পৰিল মনত।
দেৱৰ ভুবন নৃত্য বেহুলাৰ
যিহেৰে জীয়ালে পতি লখিন্দাৰ।
সতীৰ মহিমা পানী অনা পলো
শীলা মূৰ্ত্তি হই আছে সি সকলো।
আছে কীৰ্ত্তনত হয়গ্ৰীৱ হস্তে
জন্মে চাৰি বেদ নিশ্বাস কাঢ়ন্তে"।
ইয়াতেই শুক্লধ্বজ সেনাপতি
প্ৰজাৰ লগত হই একমতি।
সমাবেশ কৰি চতুৰঙ্গ দল
যুজে প্ৰাণটাকি, পচিমে মোগল।
পূবে পৰাক্ৰান্ত আহোম সহিতে
একেৰ'হে বহুদিন প্ৰতি নিতে।
আজ্ঞাখুৰি দুৰ্গ কৰি অধিকাৰ
বিপক্ষ কটক কৰে বুন্দামাৰ।

চিলাৰ টিঙত আৰোহন কৰি (২৯)
"পথীৰাজ" নামে ঘোটকত চৰি
চিলনী সদৃশ উৰি আকাশত
পৰিছিল আহি শত্রুৰ মাজত
এই হেতুকেই নাম "চিলাৰায়"
লগৰীয়া সকলৰ পৰা পায়।
সেই পুণ্যশ্লোক বীৰক সোঁৱৰী
চিলাৰ টিঙও আছে আজি ধৰি।
পচৰিয়া খনো নুই বহুদূৰ
ৰামসৰস্বতী জনমৰ পুৰ।
পদ্য ছন্দ কৰি ভাৰত পুৰাণ
সাধিছিল যোনে দেশৰ কল্যাণ।
হাজোতেই যত পণ্ডিত মণ্ডলী
কৰিছিল বাস অনন্ত কন্দলী।
ইয়াতেই জন্মে কবি ভাগৱতী
আজিলই আছে সন্তান সন্ততি।
আঁহত গুৰিৰ বৈৰাগী পিতাৰ
সচঙ্গ থনও ভিতৰতে তাৰ।
অলপ উত্তৰে সত্ৰ ধুপ্‌গুড়ি
লক্ষ্মীকান্ত আতা দেৱৰ নগৰি।
মহাপুৰুষৰ হাতৰ আঙ্গুঠি
তাত আছে পদশিলা শিলখুটি।

অগ্নিগড় আৰু অগ্নি বানেশ্বৰ
আছে পুব পিনে "মমাইকটা" গড় ।
অমৰ কীৰিতি বীৰ লাচিতৰ
মহাৰণ থলি শৰাই ঘাটৰ ।
দীৰ্ঘেশ্বৰী খনো অলপ পুবত
উমানন্দ অশ্বক্ৰান্ত আছে য'ত ।
পঞ্চ শৃঙ্গ সমে শোভে নীলাচল
ব্ৰহ্মপুত্ৰ ধৌত পদ সুবিমল ।
নিত্য সিদ্ধি যাৰ দৰ্শনত হয়
বিশ্ব জননীৰ ভাবৰ উদয় ।
মণি, চিত্ৰকূট মধ্যবৰ্ত্তী ঠাই
মহা পুণ্যক্ষেত্ৰ নকওঁ বঢ়াই
দেৱেও মৰণ বাঞ্চে যি পুৰিত (৩০)
মানবৰ মোক্ষ নুই আচৰিত ।
এই ক্ষেত্ৰৰেই অংশ বৰগাওঁ
কিবা কাৰণত বৰ ভাল পাওঁ ।
সেই গাওঁতেই কৰি বহু আশ
ডেকা ***কেহোৰাম*** কৰিছিল বাস ।
বিহুৰ উৎসব জাতিৰ আহ্বান
শুনি পাই আহি দিয়ে যোগদান ।
নৃত্যগীত ধেমালিৰ শেষ কৰি
সকলোৱে পুনু গ'ল ঘৰা ঘৰি ।

উলাহ মালহ হাঁহি কোলাহল
ৰজনীৰ লগে লগে মাৰ গল ।
তুখ ভাগৰৰ পৰা আঁতৰাই
নিলে বহুজীৱ নিদ্ৰাৱলী আই ।
গভীৰতো নিশা সুগভীৰ হ'ল
নিজম পৰিল অবনী মণ্ডল
দিন ৰাতি আৰু বসন্ত গ্ৰীষ্মৰ
নতুন পুৰাণ তুটি বছৰৰ ।
ঘটিল যেতিয়া ষড়সন্ধিপাত
সেই নিস্তব্ধতা ভাঙ্গি অকস্মাৎ
মলয় পবনে আৰু একবাৰ
সন্ সন্ কৰি কৰিলে প্ৰচাৰ ।
"আকাশ পাতাল শুনা এই বাণী
শুনা পৃথিবীৰ চাৰি মুঠি প্ৰাণী
গতবৰ্ষ আৰু ৰজনী বসন্ত
তিনিৰো পৰিল যি কাৰণে অন্ত ।
সেই আদি মূল সৰ্ব্ব-কাৰণৰ
এয়ে বিধি নাই হেতু বাৰণৰ ।
বিবৰ্ত্তনশীল অনিত্য সংসাৰ
নিত্যমাত্ৰ নিৰঞ্জণ নিৰাকাৰ" ।
হ'ল প্ৰতিধ্বনি এই ঘোষণাৰ
"যদি এনেকুৱা বিধি বিধাতাৰ ।

তেনেহলে কিয় গৰ্ব্ব নিৰুৎসাহ
কিয় এৰে নৰে হৃদয়ৰ আশ
ধৈৰ্য্য উদ্যোগক নকৰি আশ্ৰয়
চিন্তা কৰি কিয় কৰে আয়ুক্ষয় ?
আছিল চেতনে সবল কেহোৰ
শুনি সেই বাক্য ভাব জগতৰ
চিন্তা এটি আহি পৰিল মনত
অনিবাৰ্য্য মৃত্যু দেহাৰ লগত।
ওপজে প্ৰাণীৰ এইয়েই দুৱাৰ
ইপাৰৰ পৰা সিপাৰ হোৱাৰ
আহিল ঘুমটি ভাবোঁতে ভাবোঁতে
কোনোবাই যেন কলে সপোনতে।
"মৃত্যুই কেৱল এখন দুৱাৰ
ইপাৰৰ পৰা সিপাৰ হোৱাৰ"।
বিষুব সংক্ৰান্তি নিশা ইমানতে
হ'ল সমাপত এই সপোনতে।

---

## ৮। উজান

দিছে পূবে "বগাদাৰ" এনেতে বিশাল (৩১)
উঠিল প'চম পিনে মেঘ একচাল।
বিয়পি পৰিল ততালিকে দশোদিশ
গোটেই আছন্ন যেন ভাবত বৰিষ।
জ্বলিছে বিদ্যুৎ বহ্নি আকাশ বিদাৰি
দেখিলে চকুত আহি ধৰে চাট মাৰি।
ঢেৰেকণি মাৰে ডান্নৰেও চেগ চাই
তাল মাৰি ধৰে যেন কাণ ফাটি যায়।
ৰউ ৰউ ৰন্ন কৰি হ'ল বৰষণ
লগে লগে স্তব্ধ হল সকলোৰে মন।
কলহৰ কাণে যেন দেৱে ঢালে পানী
দ-বৰি খাল বাম হ'ল একে জানি।
প্ৰথম গ্ৰীষ্মৰ এয়ে খন্তেকীয়া বান
তাকে পাই মাছে আহি ধৰিছে উজান।

ৰৌ, আৰি চিতল প্ৰমুখে বৃহত্তৰে
নদী বিল পুখুৰীত ঢৌ তুলি ঘূৰে ।
শিহু ঘৰিয়ালেও সময় বুজি পাই
বিচাৰি বিচাৰি ফুৰে উজানৰ ঠাই ।
চেনীপুঠি, কুৰিহা, বৰালি, ধৰে চালি
উজাই উজাই আহে বিল দল ফালি ।
দৰিকণা, পুঠি, তুৰী, এলেঙা খলিহা
জাক বান্ধি আহে যেন ভাবি কিবা দিহা ॥
মাগুৰ লগত শিঙি কৰে ধীৰ গতি
মোৱা বেচা শিঙৰাৰো উত্ৰাৱল মতি ।
গঙাটোপ থথাগেলি বুৱনী কাটনী
নোৱাৰে কৰিব শেষ গণিতজ্ঞে গণি ।
সৃষ্টিৰ নিদানে শুনি মেঘমন্দ্ৰ বাণী
দৰ পৰা আহে মাছ য'ত তৰ পানী ।
কাৱৈ বপুৰীৰ আজি গাত তত নাই
পথাৰটো উঠে যাই কাণ বাই বাই ।
ভেকুলীৰ কঢ়হালে লগালে আমনি
কিমান শুনিবা তাৰ 'মকো মকো' ধ্বনি ॥
সময়ত বান্ধে বল সময়ত তুটে ।
উত্থান পতন দুয়ো সময়ত ঘটে ।
সময়ৰ অমাবস্যা গ্ৰহণ পূৰ্ণিমা
অনন্ত কালৰ এই অদ্‌ভুত মহিমা ।

পাইছে সময় মাছে নতুন পৰাণ
সাতদলা পথাৰতো উঠিছে উজান ।
আদি লীলা প্ৰকৃতিত মৎস্য অৱতাৰ
উজানতে বুজা যায় বেদৰ উদ্ধাৰ ।
অব্যয় বীজৰ জ্ঞান, ব্ৰহ্মাৰ স্ৰজন
শিৱৰ সংহাৰ আৰু বিষ্ণুৰ পালন ।

---

## ৯। নববর্ষ

পুৱাল ৰজনী দিশ ধাৱলী বৰণ
উঠিল তিমিৰ ফেৰি ৰবিৰ কিৰণ।
সঞ্চাৰিলে প্ৰাণীৰ দেহত নব প্ৰাণ
বিদিত কৰিলে নানা বিধ নব জ্ঞান
বৰবিহু আজি নববৰ্ষ আৰম্ভণ
নতুনে বাঢ়িলে আগ ঠেলি পুৰাতণ।
"সৰ্ব্বৌষধি" ঘঁহি সকলোৱে হল শুচি (৩২)
খালে আম কুঁহি আৰু কঠালৰ মুচি।
মচুৰ নিমুৰ পাত চোবালে লগত
নালাগে সাপৰ বিষ যাৰ প্ৰভাৱত
বছৰক লাগি বোলে শুনিছোঁ প্ৰবাদ
সেয়ে জানে যাৰ তেনে ঘটিছে প্ৰমাদ।
আহি পালে গ্ৰহ বিপ্ৰ অতি চমৎকাৰ
বিহু পত্ৰিকাৰ কথা কৰিলে প্ৰচাৰ।

কিমান বৰ্ষিব মেঘে কিমানটি বান
পাপ-পূণ্য ৰোগাদিৰো দিলে পৰিমাণ।
ৰজা হ'ল কোন গ্ৰহ মন্ত্ৰী হল কোনে
তাৰ কিবা ফল হব কলে ভিনে ভিনে।
বৰ্ষচক্ৰ ক্ৰম আৰু স্থিতি আয় ব্যয়
ৰাশি অনুসাৰে, কলে বিপ্ৰ মহাশয়। (৩৩)
এই ভবিষ্যৎ বাণী নিয়মানুসৰি
শুনি ললে 'কেহোৰামে' মনযোগ কৰি
সামৰিলে গৃহস্থীৰ শেষ কৰ্ম্ম যত
উজানৰ কথা আহি পৰিল মনত।

---

## ১০। কেহোৰ মৰণ

ইমানতে নিত্যকৰ্ম্ম কৰি সমাপন
অস্তগিৰি মুখে ভানু কৰিলে গমন।
জবা কুসুম সঙ্কাস সুন্দৰ মূৰতি
দেখা পালে পচিমত বিহঙ্গ দম্পতি
ইটোৱে সিটোক মাতি মিলি জাকে জাকে
আহিছিল যৰ পৰা উৰি গ'ল তাকে
'কেলকেচ' কৰি পখি মাৰিলে নিতাল
ধীৰে ধীৰে উপস্থিত হ'ল সন্ধ্যাকাল।
এয়েযে জীৱন--সন্ধ্যা নোৱাৰি বুজিব
অকলে ওলাল 'কেহো' উজান মাৰিব।
সাত পাঁচ বহু কথা আলচি মনত
সংসপ্ত দলত যাই হল উপগত।
নাছিল কোনেও তাত জন-প্ৰাণী আৰ
ঘিটৃ মিটৃ কৰে কেউপিনে অন্ধকাৰ।
কালমূৰ্ত্তি জলধৰে ঢাকিছে আকাশ
নাই চন্দ্ৰ নাই অন্য তৰাৰ প্ৰকাশ।
নিলগত ধুমুহাৰ শুনি "গুৰগুৰি"
কৰিছিল মন ছাগে যাবলই ঘূৰি।

নোৱাৰিলে কিন্তু, তাক পিচ দিনাখন
বুজিছিল সকলোৱে থিৰ কৰি মন ।
নীলবৰ্ণ দেহা উত্তৰক মূৰ কৰি
আছিল উবুৰি হই দণ্ডৱতে পৰি ।
উভালে মূৰৰ চুলি অলপ টানিলে
সকলো লক্ষণ সৰ্পদংশনৰ মিলে ।
ভৰিত কামোৰা চিন আছে বিদ্যমান
কল্পনাৰ ইমানেই বিশেষ প্ৰমাণ ।
উভতিব ধৰোঁতেই কাল বিষধৰে
খুটিলেহি অকস্মাৎ পবন সঞ্চাৰে ।
নখণ্ডে লিখিছে বিধি যিবা কপালত
পৰিল বাগৰ খাই বিষৰ জালত ।
নাছিল সহায় কোনো নাছিল উপায়
তিলেকতে গ'ল বিষ উজান কোবায় ।
পিড়িলে পিয়াহে বৰ দেখে তমোময় (৩৫)
জাগিল মনত আহি মৰণৰ ভয় ।
সান্তনাৰ সঙ্গীও নাছিল কোনোজন
প্ৰিয়তমা পত্নী কিম্বা পুত্ৰ কন্যাগন ।
ইপিনে ঘৰত সবে আছে বাট চাই
ইমান বিলম্ব কিয় দেখা দেখি নাই ?
জানিলে নিশ্চয় কিবা হ'ল অথন্তৰ
শুনা পাই সকলোৰে ব্যথিত অন্তৰ ।

প্ৰকৃতিৰ দুৰ্য্যোগকো আওকাণ কৰি
বিচাৰিলে পাৰেমানে হুই থৰাথৰি।
নামধৰি ৰিঙিয়াই নাপালে সন্ধান
দেখি সন্দিহান হল বিয়াকুল প্ৰাণ।
ৰিঙিৰ মূৰৰ পৰা কেশবেও শুনি
জানিছিল কাৰ ৰিঙি মনে মনে গুণি।
আবেগতে কিবাজানি অতি সকাতৰে
উত্তৰো দিছিল তাৰ বলহীন স্বৰে।
নোৱাৰি জনাব কিন্তু চিত্তৰ বেদনা
বাঢ়িছিল মৰণৰ বিষম যন্ত্ৰনা।
ন্তমাল প্ৰদীপ যেন বায়ু বেগ লাগি
উৰি গ'ল প্ৰাণ পখি দেহ বৃক্ষ ত্যাগি।
এইদৰে সুখে দুখে কৰ্ম্ম অবসানে
এৰিলে সংসাৰ এটি কৃষক জীৱনে।
উঠিল শোকৰ উৰ্ম্মি পিচ দিনাখন
ইমানতে অন্ত হল 'কেহোৰ' মৰণ।
কিন্তু এই শোকাবহ মৃত্যুৰ কাহিনী
সোঁৱৰাই দিয়ে মহাপুৰুষৰ বাণী
"যেন জোকে তৃনপালে এৰে আনতৃণ। (৩৫)
জীৱন মৰণ স্বপ্ন এৰে নহে ভিন।
আৰু সেই নিশা ৰুদ্ৰমূৰ্ত্তি প্ৰকৃতিৰ
বজ্ৰৰ নিনাদ মেঘ গৰ্জ্জন গম্ভীৰ।

সুবিশাল সাতদলা পৰ্ব্বত কন্দৰ
অভিমন্যুবধ কুৰুক্ষেত্ৰৰ সমৰ।
পাণ্ডৱ বিজয় দ্ৰৌপদীৰ মহাক্ষমা
যিহৰ কাৰণে ৰক্ষা পৰে অশ্বত্থমা।
সুভদ্ৰাৰ ঈশ্বৰত সুদৃঢ় বিশ্বাস
মৃত সঞ্জিৱনী মাতৃ গৰ্ভৰ আভাষ। (৩৬)
পৰিক্ষীত নৃপতিৰ জন্মৰ কাহিনী
পৃথিৱীত ভাগৱত দিছে যোনে আনি।
পুৰাণৰ সূৰ্য্য যাক পূবৰ শঙ্কৰে
মহাভাগৱত নামে পদ্যছন্দ কৰে।
গদ্যকৰে ভট্টদেৱ বৈকুণ্ঠ গোসাঁই
গীতা সমে দামোদৰ গুৰু আজ্ঞা পাই।
মহাপাপী গনো তৰে যি শাস্ত্ৰক শুনি
কয ব্যাসদেৱ আৰু শুক মহামুণী।
আঁতৰায় শোক তাপ মৰণৰ ভয়
ৰাঙলীৰ মহোৎসবো হয়হি উদয়
অতীতৰ স্মৃতি মানে যাই উটি ভাহি
দেখা দিয়ে পুনু প্ৰেম আনন্দৰ হাঁহি
এই মৰণৰ দেখি ইমানে প্ৰভাৱ
কওঁ একাষাৰ আৰু লই তাৰে ভাৱ।

---

## ১১। খেতিয়ক

সমাপন কৰি ওপৰৰ সাধু
উঠোতে মনত হ'লহি উদয়
অবজ্ঞা সূচক সাম্যৰ বিৰোধী
প্ৰশ্নৰ আকাৰে তলৰ সংশয়।
জনমিছে বহু দেবোপম জীৱ
নানা লীলা কৰি এৰিছে সংসাৰ
তাকে নিবিচাৰি কৃষক এটাৰ
মৰণত আছে কি লাভ আমাৰ ?
একাৰ্থ বাচক নগন্য কৃষক
খেতিয়ক চহা অবোধ কিষাণ
নাই লিখা-পঢ়া ধুনপেছ একো
ডাঙৰীয়া সবে কৰে হেয়জ্ঞান।
সাধন ভজন "ধুতি-বেধুতিৰ"
নকৰে বিচাৰ নলয় সম্ভেদ
এনেকুৱা এটি জীৱৰ নিমিত্তে
কোনে চিন্তা কৰে কোনে কৰে খেদ ?

মনত ওপজা এই কথাবোৰ
অন্যবো সুধিব আছে অধিকাৰ
নিৰপেক্ষ ভাবে মনতে বিচাৰি
সংক্ষেপ উত্তৰ পাব পাৰি তাৰ।
সমাজ দেহৰ মেৰুদণ্ড সম
শ্ৰমজিৱী সজ চহকীৰ দল
প্ৰাণী সকলৰ প্ৰাণ বলৰূপী
চাৰিবিধ অন্ন যাৰ কৰ্ম্মফল। (৩৭)
উত্তম ৰাজন্য গুৰু পুৰোহিত
দেৱপিতৃ সাধু ভকতৰ পৰা
দুখীয়া ভিকহু হীন জীৱ লই
অন্ন অবিহনে জীয়ন্ততে মৰা।
চৰাই চিৰ্কটি ইন্দুৰ নিগনি
সিও আশা কৰি থাকে চহকীক
বেহা-বেপাৰৰো প্ৰধান সম্পদ
জানে সকলোৱে নকওঁ অধিক।
পালক বিষ্ণুৰ ঘনিভুত মূৰ্ত্তি (৩৮)
বলধ, পৈৰামী, হালুৱে, কিষাণ
ৰদ বৰষুণ মূৰপাতি ধৰি
জনমায় শস্য মুখ্য কৰি ধান।
নাঙ্গল মেৰুত আছে সংলগন
হাথুৰি, বটালি, কাচি আদি কৰি

সকলো বিধৰ অস্ত্ৰ হাঠিয়াৰ
ফালৰ মুখত আই বসুন্ধৰী।
স্বাধীনতা প্ৰিয় স্বদেশ প্ৰেমীক
ভূঁই, মাটি, ঢেকি, শাল অধিপতি
চহ থকা গুণে তেওঁহে চহকী
মোৰ মুই, এই বহুতৰো মতি।
প্ৰাণী জগতত নিত্য যজ্ঞকাৰী
আছে মানে বৈশ্যানৰৰ পূজাৰী
সবাৰো মাজত শ্ৰেষ্ঠ খেতিয়ক
বুলি নিঃসন্দেহে ডাঠি কব পাৰি।
ধন আৰু জ্ঞান দাতাৰ কাৰণে
পাৰে যোনে দিব আত্ম বিসৰ্জ্জন
শ্ৰীৰাম চন্দ্ৰেও কইছিল হেনো
সুপুৰুষ বুলি কৃষিহানা জন। (৩৯)
"সুতিৰী খেদেলী" ভূঁইৰোৱে যোনে
খছা খেদেলাৰ একে তাৎপৰ্য্য
যোনে তুষ্ট হলে লাভ কৃষকৰ (৪০)
ৰুষ্ট হলে নাশ গৃহস্থীৰো কাৰ্য্য।
এনে উপকাৰী আশা সুধিয়াৰ
অকাল মৃত্যুত নোপজেনে শোক
যদিহে নোপোজে তেন্তে কব পাৰি
কাঠবুকা এই মৰতৰ লোক।

কেহোৰ মৰণে          সোধে বাৰে বাৰে
এই মাত্ৰ গল জল জীৱন্ততে
তিলকতে কত          হ'ল অন্তৰ্দ্ধান
দেহ পিজৰাটি এৰি ইঠাৱতে।
হল নেকি এয়ে          শেষ জীৱনৰ
হবনে নহয় পুনৰাগমন
মহা কষ্টকৰ          মৃত্যু যন্ত্ৰনাৰ
পালে জীৱটিয়ে কি ক্ষতিপূৰণ ?
শোকত সন্তপ্ত          পিতৃ-মাতৃ কিম্বা
পুত্ৰ পৰিবাৰ বন্ধু বান্ধবৰ।
আছে নেকি কিবা          সান্তনাৰ বস্তু
স্নিগ্ধ শক্তিবিনে সুদীৰ্ঘকালৰ ? (৪১)
যি হেৰাল তাক          লাগে বিচাৰিব (৪২)
পতিতক লাগে কৰিব উদ্ধাৰ
ৰোগীকেই লাগে          সুপথ্য দৰব
নিৰোগীৰ নাই প্ৰয়োজন তাৰ ? (৪৩)
পতিৰ শোকত          বিৰহ কাতৰা
ক্ৰৌঞ্চীৰ কান্দোন করুণৰসেদি
অনুষ্টুপ ছন্দ          ৰামায়ণ বীজ
আহিছিল বাল্মীকিৰ হিয়াভেদি।
কিন্তু সাধাৰণ          প্ৰাণীৰ মৰণে
নোৱাৰে পমাব কঠিন হৃদয়

মানবক প্ৰতি নিৰ্দ্দয় লোকবো
সহজে কৰুণা হয়হি উদয়।
পশু পক্ষী কীট পতঙ্গত কই
দুৰ্লভ মনুষ্য জন্ম শ্ৰেষ্ঠতৰ
কেহোৰামো তাৰে মানুহ এজন
যদিও নহয় তুলনাত বৰ
হাটী, কুচি, পাৰা চুবুৰী প্ৰেমেই
ঠন ধৰি হয় গাওঁ দেশ ভক্তি
মানব প্ৰীতিবো এযে মূলভেটী
জাতিৰ জীৱন একতাব শক্তি।
মহতক এৰি কিয় নগন্যৰ
জীৱন কাহিনী কৰিলোঁ ৰচনা
দিওঁ আৰু এটি চুবুৰী প্ৰেমৰ
স্বভাৱতে জন্মা সহজ বৰ্ণনা।
মহাপুৰুষৰ জীৱনি লিখক
বাল্মীকি সদৃশ কবিগুৰু ব্যাস
আছে ভবভূতি দৈত্যাৰি ঠাকুৰ
আৰু কত মহা কবি কালীদাস।
বিচাৰে মহতে মহান আদৰ্শ
বীৰক বিচাৰে বীৰ হব যোনে
বননীৰ ফুল বনতে শুকায়
হীন বনৰীয়া বিচাৰে কোনে।

মহা কবি সব গৰুৰ সদৃশ
সৰস্বতী পুত্ৰ কবি বিহঙ্গম
কোনেনো নমাব কোনেবা বৰ্ণাব
মহাপুৰুষক সি সবৰ সম ?
কৈলাশকো যায বিনতা নন্দনে
গজ কচ্ছপকো কৰিছে ভক্ষণ,
যাক ভয় কৰি মহাকাল নামে
নাগেও লইছে শিৰত শৰণ। (৪৪)
পখীৰ মাজত সৰু মউপীয়া
চটক, লুবুধ মতি অতিশয়
তাতো কৰি ক্ষুদ্ৰ কঠাল গুটিয়া
টিপ্‌টিপলিও বুলি যাক কয়
মউ পিয়া আৰু টিপ্‌টিপলিয়ে
নোৱাৰে ডাঙ্গিব পৰ্ব্বত পাহাৰ
নোৱাৰে উৰিব কৈলাশ লইও
শকতিও নাই কৰিব শিকাৰ।
তাকে বুলিয়েই নুৰিবনে বাৰু
পখা অনুৰূপে দুয়োটি চৰাই (৪৫)
জীৱনো ৰাখিব লাগিব উভয়ে
খুদ, কণ, ফুল মৌ-ৰস খাই।
বল বুদ্ধি হীন মন্দমতি মই
কবি যশলুব্ধ "চুলীয়া কবি" (৪৬)

নহয়ো নোখোজো হবও কদাপি
গৌৰব মণ্ডিত **ৰঘুনাথ** ৰবি
এতেকে আদর্শ ক্ষুদ্র হব মোৰ
ভাব, ভাষা, পদ্য ছন্দও তদ্রুপ।
নিন্দাকেই শুনো লভো বা প্রশংসা
নোৱাৰোঁ লুকাব আপোন স্বৰূপ।
ইত্যাদি কাৰণে ঢাল তৰোৱাল
বল্লম শকতি ধনুর্দ্ধৰ বীৰ
বৰ মুৰীয়াকো সাতসেৰা কৰি
লিখিলোঁ কাহিনী লাঙ্গল ধাৰীৰ।
কিন্তু তাকে বুলি গর্ব্ব নকৰিব
যদিও কিষাণ হলধৰ ৰাম
মনু মান্ধাতাৰ দিনৰ খেতিৰে
নোৱাৰে পুৰাব সকলো সকাম।
যুগৰ আহ্বান নতুন পদ্ধতি
মানিব লাগিব সকলো প্রকাৰে
উৎপাদন বৃদ্ধি কৰিব লাগিব
যন্ত্র পাতি বীজ সাৰ গোবৰেৰে।
অতি বৃষ্টি আৰু খৰাঙ বতৰ
আদিয়ে খেতিৰ কৰে সর্ব্বনাশ
তাকে ওফৰাব আপোনাত আৰু
ঈশ্বৰতো লাগে সুদৃঢ় বিশ্বাস।

অহিংসা অস্তেয় ধৈৰ্য্য ক্ষমা আদি
একাদশ নীতি মানব ধৰ্ম্মৰ
সাধনেই আনে বহুকাল স্থায়ী
মনুৰ বচন, .শান্তি জগতৰ । (৪৭)
অজৰ অমৰ ভাব লাগে আৰু
বিদ্যা জ্ঞান ধন যশ যাতে হয়,
মৰণৰ চিন্তা ধৰ্ম্মৰ নিমিত্তে
কৰিব লাগিব কিষাণে নিশ্চয় ।
কৰ্ম্মত আশক্তি ফলে বিৰকতি
এই অনাশক্তি দৈবৰ কাৰণে
সবাৰো উপৰি লাগে গুৰু ভক্তি
মনুষ্য মাত্ৰকে জীৱনে মৰণে ।
এই গুৰু ভক্তি মহা ভাগৱত
প্ৰহ্লাদ কুমাৰ বীৰ হনুমানে
দেখুৱাইছিল মাৰ্কণ্ডেয় মুনি
মহাপুৰুষেও পদে পৰমানে ।
মহান আদৰ্শ লক্ষ্মী নাৰায়ণ (৪৮)
সদায় কন্দল, তথাপিও প্ৰেম
থাকে হৃদয়ত হাঁহি সম্বৰ্দ্ধনা
বাহিৰত হলে দেখুৱায় ভেম ।

## ১২। সামৰণী

দেহধাৰী মাত্রে নোৱাৰে এবাৰ
সুখ দুখ দুই ফল
ইতৰ জীৱও জন্ম মৃত্যু আদি
ক্লেশত হয় বিকল।
যদিও ঈশ্বৰ প্ৰত্যেক ঘটতে
আছে নিত্য বৰ্ত্তমান (৪৯)
তথাপিও পশু পক্ষী বৃক্ষাদিৰ
নাই সেই ফেৰি জ্ঞান।
মানুহেই মাথো আত্ম ঈশ্বৰক
লাভৰ পথ বিচাৰে
দুখ নাশ কৰি সুখী হব খোজে
অন্যই তাক নোৱাৰে।

সেই হেতুকেই ইতৰ প্ৰাণীক
কোৱা হয় জ্ঞানহীন
বুদ্ধি পৰাক্ৰম বল থাকোঁতেও
সদায় মানবাধীন ।
এতেকে মানব জনম দুৰ্ল্লভ
সকলোতে কই বৰ
মানব দেহেই দিব্য সিংহাসন
জীৱ আৰু ঈশ্বৰৰ ।
যদিও অনিত্য ইয়াতেই থাকে
নিত্য বস্তু আছে মানে
ধৰ্ম্ম অৰ্থ কাম প্ৰাণৰো আধাৰ
সকলোৱে তাক জানে ।
এনুৱা দুৰ্ল্লভ মনুষ্য শৰীৰ
দিলে যোনে মোক দান
দিলে হিয়াভৰা আইৰ চেনেহ
বুদ্ধি বৃত্তি আৰু জ্ঞান ।
সত্য নাম যাৰ পবিত্ৰ ওঙ্কাৰ
যিহোভা লৰ্ড ঈশ্বৰ
খোদা পৰমাত্মা বাথৌব্ৰাই শিৱ (৫০)
উপাস্য প্ৰভু বিশ্বৰ ।
বুদ্ধি অনুপাতে উপলব্ধি কৰি
দিছে এইবোৰ নাম

সাধক সকলে ; কিন্তু একেজনা
অদ্বিতীয় পূৰ্ণ কাম ।
স্বৰ্গ অন্তৰীক্ষ মৰ্ত্ত্যৰ পোহৰ
সৰ্ব্ব শক্তি সমন্বিত
প্ৰেম বিশ্বাসেৰে পাই মাথো যাক
আৰু পাই সমাধিত ।
জনম মৰণ সুখ দুখ শোক
আনন্দ ভয় অভয়
তেওঁৰেই কৃপা অন্যথা নহয়
বেদ, গীতা শাস্ত্ৰে কয় । (৫১)
এনেহেন মহা দাতা দয়াময়
ঈশ্বৰৰ নাম লই
অৰ্পিলোঁ তেওঁতে যি কৰিলোঁ তাক
কৰিলোঁ তেওঁৰে হই ।
সংসাৰ পথিক কেহো কেশবৰ (৫২)
জীৱন কাণ্ডৰ শেষ ।
হল ইমানতে বিচাৰি ওলালোঁ
মৰণ কাণ্ডৰ দেশ ।
কৰ্ম্ম ফল আৰু জন্মান্তৰ বাদে (৫৩)
মুনীকো কৰে বিমোৰ
সেই দেখিয়েই বহুতে নামানে
বিচাৰি নেপাই ওৰ ।

তথাপিও সাহ কৰিলোঁ এবাৰ
পাৰোঁ নে বিচাৰি চাওঁ
সাহতেই সিদ্ধি বুলি লোকে কয়
ময়ো কিবা.জানি পাওঁ ।
বহু কথা কলো ভাই খেতিয়ক
ইয়াতে জিৰণী ললোঁ
সবাৰো কল্যাণ মাগি ঈশ্বৰত
লিখনি সামৰি থলোঁ ।

## ১৩। পৰিশিষ্ট

ইয়াত ৫৩টা টোকাহে দিয়া হ'ল। ইয়াৰ সৰহ ভাগেই বুৰঞ্জীয়ে ঢুকি নোপোৱা শঙ্কৰী যুগৰ আগৰ প্ৰাচীন তথ্য। আহোম আৰু কোচ ৰজাৰ আমোলৰ পূৰ্ব্বে আমাৰ দেশৰ ধৰ্ম্ম-কৰ্ম্ম কৃষ্টি সভ্যতা, ভাষা সাহিত্য কেনেকুৱা আছিল, তাৰ এটা বাস্তৱ চিত্ৰ অঙ্কিত কৰাই ইয়াৰ ঘাই উদ্দেশ্য। একাদশ শতিকাৰ পূৰ্ব্বৰ পৰা চতুৰ্দ্দশ শতিকালৈ প্ৰচলিত থকা প্ৰহ্লাদ চৰিত, ৰামায়ণ, গীতা, কাইথেল্লী পঢ়াশালী, দুৰ্গাবৰ, মনকৰ আদি কবিৰ কাব্য, যোজনা ফকৰা, ডাক ভনিতা, গীত, বাদ্যযন্ত্ৰ, নৃত্য আদি কলা শিল্প সম্বন্ধেই অধিক গুৰুত্ব আৰোপ কৰা হৈছে। বুঢ়ী আইৰ সাধু আৰু তন্ত্ৰ-মন্ত্ৰাদিৰ আভাষও দিয়া হৈছে। মুঠতে কওঁ যে ধৰ্ম্মাৰণ্য কামৰূপৰ ব্ৰহ্মপুত্ৰ সভ্যতাটো ২।৪ শ বছৰৰ নহয়; ই ব্ৰহ্ম বা ঈশ্বৰৰ পুত্ৰ মহাপুৰুষ যীশুখৃষ্টৰো বহুকাল পূৰ্ব্বৰ কৃষ্টি সভ্যতা।

কৃষ্ণ কান্তিৰ (লক্ষ্মীৰ) পুত্ৰ, বৰভূঞা (বড়োভূঞা), লণ্ডাবৰ (কনৌজবৰ), মেৰী (মেৰিয়ম) পুত্ৰ খৃষ্ট, মহানদ ব্ৰহ্মপুত্ৰ, বিৰাট ব্ৰহ্মৰ পুত্ৰ মনু আৰু আদম এই সকলোবোৰেই শৰ্ব্বশক্তি সমন্বিত ঈশ্বৰ বা মহৎব্ৰহ্মৰ এক জাত পুত্ৰ। গীতা, বাইবেল তন্ত্ৰ আৰু মনু সংহিতাৰো এই মত। স্বৰ্গীয় আত্মাৰ দ্বাৰা মেৰীৰ গৰ্ভত যেনেকৈ ত্ৰানকৰ্ত্তা যীশুৰ জন্ম হৈছিল, সেইদৰে লক্ষ্মীৰ (কৃষ্ণ কান্তিৰ) গৰ্ভটো শিৱৰ ঔৰষে কনৌজবৰৰ (লণ্ডাবৰৰ) জন্ম হয়। আৰু সেই জন্মক আঙুলীয়াই "নপঢ়া পণ্ডিত নিশিখা অজা। ডাঙ্গিদেই পহাৰীক নুচকৰি বজা" বোলা ফকৰাটি মানুহে কৈছিল। নপঢ়া পণ্ডিত ব্ৰহ্মা, নিশিকা অজা (বৈদ্য) মহাদেৱ, নুচুৱাকৈ পহাৰীক বজা ডাঙ্গি দিয়াজন বিষ্ণু (বিষ্টু)। "ময়াধ্যক্ষেণ প্ৰকৃতি সুয়তেচ চৰাচৰম্" বোলা গীতাৰ বাণী কৈ অহা পুৰুষ দুজনৰ জন্মত খটোৱা হৈছে। খৃষ্ট জন্মৰ বহুকাল পূৰ্ব্বৰ বলি, বান, নৰকাসুৰ আৰু ঘটকাসুৰে "অসম" কামৰূপত ৰাজত্ব কৰিছিল। তেতিয়াৰ প্ৰবৰ্ত্তিত ধৰ্ম্ম-কৰ্ম্মৰ নিদৰ্শন যেনে ঃ নাগৰানাম, জয়ঢোল, এৰি-মুগা কপাহি আদি কাপোৰ, মকৰ কুণ্ডল আদি অলঙ্কাৰ, মায়াং জাত কঁাহি, ডগডগী, চন্দ্ৰজাৰি আদি বাচন বৰ্ত্তন আৰু বহুত বিধ শিল্প কলাৰ চানেকি আজিও সভ্যজগতৰ প্ৰশংসনীয় হৈ আছে। খোৱা-লোৱা সম্বন্ধেও উনপঞ্চাশ ৰকমৰ অন্নব্যঞ্জনৰ নাম মানুহৰ মুখত শুনা যায়। মুঠতে কবলৈ হলে প্ৰাচীন কামৰূপখন অসভ্য বৰ্ব্বৰ বা উলঙ্গ "মগৰ মুল্লুক" নাছিল। জগৎমাতা

নাৰায়ণী কামাখ্যৰ নামত এই দেশক ধৰ্ম্মপ্ৰাণ ব্যক্তি মাত্ৰেই "অস্মদ্দেশ—অস্মাকংদেশ" ইত্যাদি শব্দেৰে সন্মান কৰিছিল এই অস্মৎদেশৰ পৰাই অসম দেশ শব্দৰ উৎপত্তি হয়। নীলাচলখন সমগ্ৰ পৃথিবীৰ ঘনিভূত মূৰ্ত্তি। কাজেই বিশ্বজননী।

## ১। উছৰ্গা

(ক) গীতা শাস্ত্ৰত ব্ৰহ্ম শব্দটো উপাধি বিশেষ ব্ৰহ্ম, পৰম ব্ৰহ্ম, অক্ষৰ ব্ৰহ্ম, মহৎব্ৰহ্ম আৰু সৰ্ব্বগত ব্ৰহ্ম এই পাচ প্ৰকাৰে উল্লেখ কৰিছে। তাৰে ভিতৰত সৰ্ব্বগত ব্ৰহ্ম নিত্যযজ্ঞ অৰ্থাৎ ভোজন ক্ৰিয়াত বৰ্ত্তত হৈছে। যেনেঃ তস্মাৎ সৰ্ব্বগতো ব্ৰহ্ম নিত্যযজ্ঞে প্ৰতিষ্ঠিত।" গীতা ৩য় অধ্যায।

—০ঃ*ঃ০—

## অন্ন সম্বন্ধীয় আমাৰ দেশৰ ফকৰা ঃ

"অন্নে বিষ্ণু অন্নে বিষ্ণু অন্নে বিষ্ণু সাৰ
অন্ন নামে কৰি আছে জগত উদ্ধাৰ।"

এই টোকাত খেতিয়কক জনক ৰজা আৰু শস্যক জানকী সীতাৰ লগত তুলনা কৰা হৈছে।

খেতি আৰু অন্নবিষয়ে নামঘোষাত কৈছে ঃ

কৃষ্ণহেন পদ ইটো পৃথিবী বাচক ভৈলা
ন-আনন্দত প্ৰবৰ্ত্তয়
দুইৰো একপদ ভৈলে পৰম ব্ৰহ্ম ৰূপ কৃষ্ণ
নাম আনন্দক মাত্ৰ কয়।

অন্নক আমাৰ দেশৰ বৈষ্ণৱ সকলে "নামবস্তু" বুলি কয়, আৰু চাৰিবেদ চৈধ্য শাস্ত্ৰৰ ওপৰত ঠাই দিয়ে।

যেনে ঃ

চাৰিবেদ চৈধ্যশাস্ত্ৰ
খাব নেপালে এক দুপৰ মাত্ৰ
"কামৰূপত ভাতে মাচে দাৰু"

এই প্ৰবচন আজিও আই-সকলৰ মুখত শুনা যায়। সৰ্ব্বগত ব্ৰহ্মাৰ সহজ ব্যৱহাৰিক নাম জনাৰ্দ্দন বৈশ্যানৰ জঠৰাগ্নি আৰু ক্ষুধা। শাক্ত সকলে ক্ষুধাক চণ্ডীকা দেৱীৰ ৰূপ জ্ঞান কৰে। গীতা আৰু চণ্ডীত এই কথা আছে।

পালক বিষ্ণুৰ (প্ৰতিপালকৰ) পৰা মানুহে সামিষ আৰু নিৰামিষ দুবিধ অন্ন পায়। বৈশ্যানৰ ৰূপেও প্ৰাণীদেহত থাকি সেই দুবিধকেই পৰিপাক কৰে। তাৰ প্ৰমাণ ওপৰৰ গীতা বাক্যত আছে। সেই গুণে প্ৰতিপালক ঈশ্বৰক ৰুদ্ৰকান্ত বিষ্ণু কোৱা হৈছে। আমাৰ মহন্ত পিতা সকলেও কয় "মই নাখাওঁ গুৰুই খাই। গুৰুৰ মুখে জিৰিণ যায়।"

## ৩। বন্দনা

(খ) "পিতৰৌ" পিতৃ আৰু মাতৃক এক শব্দেৰে বুজোৱা সংস্কৃত শব্দ। ইয়াৰ প্ৰতিশব্দ অসমীয়া, বঙলা, হিন্দিত পোৱা নেযায়। ৰঘুবংশত আছে "জগতঃ পিতৰৌ বন্দে পাৰ্ব্বতী পৰমেশ্বৰৌ।

## ৪। সুচনা

(গ) অসমীয়া মহাভাগৱতৰ প্ৰথম অধ্যায়ৰ জন্মাষ্টমীৰ পদ আৰু কথাগীতাৰ সপ্তম আধ্যা চাওক। গুৰু দামোদৰে শ্ৰীমন্ত শঙ্কৰক মহাভাগৱত আৰু অঞ্জসা (সহজ কৃপালো) গুৰু জ্ঞান কৰিছিল। যেনে, বৈকুণ্ঠৰ শাস্ত্ৰ মহাভাগৱত দামোদৰ ৰূপে হৰি, আপুনি পঢ়িয়া লোকে প্ৰচাৰিলা শুনা সবে কৰ্ণভৰি।"

"কহিলা আঞ্জসাগুৰু শঙ্কৰে আমাক
আত-পৰে সুগম নাহিকে ধৰিবাক"

কায়স্থ নীলকণ্ঠ আৰু ৰমানন্দ দ্বিজ ৰচিত
দামোদৰ গুৰুৰ চৰিত্ৰ চাওক।

ভক্তৰাজ প্ৰহ্লাদকো নাৰদে "মহাভাগৱত" বুলি কৈছিল। কামৰূপৰ মহন্ত সমাজত দেৱ দামোদৰ গুৰু "সন্তমনি" নামে জনাজাত। এই সমাজে অসমৰ মহাপুৰুষীয়া, দামোদৰী, হৰিদেৱী আৰু চৈতন্যপন্থী বৈষ্ণৱক অভিন্ন ভাবে শ্ৰদ্ধা ভক্তি কৰে। প্ৰতি বছৰে মাঘ মাহত ***বেলশৰত*** হোৱা বাৰনগৰীয়া ভকত সেৱাত প্ৰমাণ পোৱা যায়।

## ৫। বসন্ত

(১) কুইৰ, কুঁৱী, কুঁৱলী একাৰ্থ বাচক শব্দ। দেশবন্ধু স্বনাম ধন্য ডাক্তৰ শ্ৰীহৰিকৃষ্ণ দাস মহাশয়ৰ জনমৰ ঠাই কনৱা গাৱঁত এই শব্দ শুনা হৈছিল। সেই গাৱঁৰ আহল বহল বেহাৰৰ (সৰিয়হৰ) খেতিৰ কুৱলী ঢাকা মনোহৰ দৃশ্য দেখুৱাই এজন সেই ঠাইৰ বন্ধুৱে এই শব্দ ব্যৱহাৰ কৰিছিল। ডাক্তৰ দেৱেও কুইৰ শব্দটি বৰ ভাল পাইছিল।

(২) "সহস্ৰ গুণমুৎস্ৰষ্টু আদত্তেহিৰসংৰবি"। ৰঘুবংশ। আদিত্যৰ পৰা বৃষ্টি, বৃষ্টিৰ পৰা অন্ন আৰু অন্নৰ পৰা প্ৰজা (জীৱ) জন্মে।

(৩) পদুমৰ মাজত বাস কৰে বুলি লক্ষ্মীৰ একনাম পদ্মালয়া। "লক্ষ্মী-পদ্মালয়া পদ্মা কমলা শ্ৰীহৰি প্ৰিয়া।

—অমৰকোষ

(৪) ইংৰাজ কবি সকলে কুলিক বসন্তৰ অগ্ৰদূত (Messanger of Spring) বুলি সম্বোধন কৰে।

(৫) সখিয়তী চৰাইক নামনী অসমত "পাটমাদে" বোলে। প্ৰবাদ আছে কোনো এজনী ৰজাৰ পাটমাদৈয়ে হালধীয়া সাজ-পাৰ পিন্ধি ("হাঁহিয়াললৈ") ৰন্ধনশাললৈ গৈছিল। ৰন্ধন শালৰ নিয়ম লঙ্ঘন কৰাৰ নিমিত্তে তেওঁ ৰাজ ৰাণী গুচি চৰাই হয়। তেওঁৰ সখীয়েক সকলক মনত কৰি বসন্ত কালত সখীউ সখীউ শব্দ উচ্চাৰণ কৰে বুলি বুঢ়া-বুঢ়ী সকলে লৰা-ছোৱালীক কয়।

(৬) কেতেকী চৰাইকো নামনীৰ পিনে "নিমাতী" বোলে। বছৰৰ ভিতৰত সৰহকাল নিমাত হৈ থাকে বুলি ইয়াক সেই নাম দিছে। এটি সাধুকথাত কয় এজনী ছোৱালী ভালেমান দিনৰ মূৰত মায়েকৰ ঘৰলৈ গৈছিল। তাইৰ মাক-বাপেক নাছিল। কেৱল ***বোৱায়েক*** আৰু ককায়েক আছিল। ককায়েক সেই সময়ত ঘৰত নাছিল। তাই ককায়েকক নেদেখি "বৌ কাকা ক'ত" বুলি মাত লগাওঁতেই সৃষ্টি উলতিল (যুগ পৰিবৰ্ত্তন হল) আৰু ছোৱালী জনীও চৰাই হল। আজিও সেই কথা মনত কৰি হেনো "বৌ কাকা ক'ত" বুলি মাতে। সৃষ্টি উলতা কথাটো ১৮৯৭ চনৰ ভূমীকম্প, ১৯৪৭।১৫ আগষ্টৰ স্বাধীনতা আদিত খাটে।

(৭) ফিঙ্গু বা ফেঙ্গু এবিধ কুলিৰ নিচিনা কলা চৰাই। ঠাই বিশেষে ইয়াক ফেচুও বোলে। যদিও দেখোঁতে সৰু তথাপি ইয়াৰ সাহস আৰু পৰাক্ৰম প্ৰশংসনীয়।

ইয়াৰ উদ্যম আৰু পৰাক্রম দেখি চৰাইবিলাকে হেনো তাক ৰজা পাতিছে। ইয়াৰ বিৰোধি ৰায়শালিকা, উদ্যম নোহোৱা গুণে ৰজা হব নোৱাৰিলে। সেই দেখি মানুহে এটি পটন্তৰ দিয়ে "ৰায় শাঁলিকায় চুঁচোতে মাজোতে ফিঙ্গু ৰজা হল।" ফিঙ্গুৰ নামেদিয়েই কামৰূপৰ প্রসিদ্ধ ফিঙ্গুৱা ৰজাৰ নাম ৰখা প্রবাদ আছে। এইজনা ৰজাৰ নির্ম্মিত গড় এটি ৰঙ্গিয়া অঞ্চলত আছে। আজি কালিও মানুহে তাক ফিঙ্গুৱাৰ গড় বুলি কয়।

(৮) দহিদলক দহিকতৰাও বোলে। বিহগী কবি ***ৰঘুনাথ*** চৌধুৰীৰ দহিকতৰা আৰু কেতেকি নামৰ কিতাপত দুয়োবিধ চৰাইৰ বিষয়ে বহু জানিব লগা কথা আছে।

(৯) সহাদেউ এবিধ বৰ ধুনীয়া চৰাই। ইয়াৰ মাত শুনি সৰু লৰা-ছোৱালীবোৰেও তাৰ মাতক অনুকৰণ কৰি কয় "কি সহাদেউ কি কোৱা কোৱা?" এইটো কামৰূপৰ ভাষা কিন্তু ভাব পাচ পাণ্ডবৰ। সহদেৱ আছিল সুমলীয়া পাণ্ডব! তেওঁ গণনা কৰি ভবিষ্যত বাণী কব পাৰিছিল।

(১০) লঙ্কাৰ ৰজা ৰাৱণে যেনেকৈ বায়ু আদি দেৱতাক কামত খটাইছিল, মথুৰাৰ ৰজা কংসয়ো সেইদৰে কুকুৰাক ৰাতিপুৱা ঘুমটীৰ পৰা জগাবলৈ নিযুক্ত কৰিছিল বুলি কোৱা প্রবাদ আছে। সেই নিমিত্তে তাৰ ডাকক প্রভাতত "কংসৰায় উঠ" আৰু দুপৰীয়া "লঙ্কাপুৰ ক'ত" তাৰ পাচত "ককৰে কক্" আদি শব্দ ব্যৱহাৰ কৰে।

(১১) চণ্ডীকা দেবীৰ এক ৰূপ কুমাৰী। তেওঁ ময়ুৰ আৰু কুকুটৰ দ্বাৰা আবৃত হৈ থাকে। এই কথা চণ্ডীত আছে।

(১২) ৰাম ৰাজ্যৰ বৰ্ণনা অসমীয়া ৰামায়ণৰ লঙ্কা কাণ্ডৰ পদত আছে।

স্বৰ্গীয় ***মাধব চন্দ্ৰ*** বৰদলৈ দেৱৰ প্ৰকাশিত ৰামায়ণৰ পাতনিত বৰাহি বা বড়ো ৰাজ মহামাণিক্যৰ বিষয় আলোচনা কৰিছে। আমাৰ পিতৃ পিতামহৰ পৰা জানিছোঁ মহামাণিক্যৰ আন নাম দুৰ্লভ নাৰায়ণ। এই জনা ৰজাই অনন্ত আচাৰ্য্যৰ শিষ্য হেম সৰস্বতীৰ দ্বাৰা প্ৰহ্লাদ চৰিত্ৰ ৰচনা কৰে। এইখনেই একাদশ শতিকাৰ প্ৰথম অসমীয়া সাহিত্য। অনন্তৰ আন এজন শিষ্য মাধব কন্দলীয়ে বাল্মীকি ৰামায়ণৰ পদ কৰে। স্বৰ্গীয় ৰায় বাহাদুৰ—কালীৰাম মেধি দেৱে এই পুৰণি অসমীয়া সাহিত্যবোৰৰ বিষয়ে প্ৰহ্লাদ চৰিত্ৰৰ ভূমিকাত বহলাই লিখিছে। ৰাময়ণখন অসমৰ দ্বিতীয় সাহিত্য।

(১৩) অনন্ত আচাৰ্য্যৰ গড়বেৰৰ পঢ়াশালীৰ আন এজন ওজাছাত্ৰ গোবিন্দ মিশ্ৰদেৱ। মিশ্ৰদেৱে গীতাৰ পদ ৰচনা কৰি তৃতীয় সাহিত্যৰ সৃষ্টি কৰে। এইয়েই কামৰূপৰ অসম সাহিত্যৰ সুপ্ৰভাত। ইয়াৰ পাচত চতুৰ্দশ শতাব্দীৰ শঙ্কৰ ভাস্কৰ সমে কোচ নৃপতি নৰণাৰয়ণৰ মধ্যাহ্ন কালৰ প্ৰৱৰ্ত্তন।

গুৰু গোবিন্দ মিশ্ৰৰ ঘৰ আছিল বৰ্ত্তমান টীহুৰ অন্তৰ্গত বালিগাওঁত।

(১৪) বড়ো, বড়ম্, ব্ৰহ্ম তিনিটায়ে বৃহৎ বা ব্ৰহ্মপুত্ৰ ভাব জ্ঞাপক শব্দ। বড়ো সকল মেচ আৰু কছাৰি নামেও ঠাই বিশেষত জনাজাত।

বড়ভূঞা গদাধৰ আৰু তেওঁৰ গুৰু পুৰোহিত অনন্তাচাৰ্য্যৰ বিষয় Social History of Kamrup আৰু প্ৰাচীন কামৰূপৰ ইতিহাসত উল্লেখ আছে। পূৰ্ব্বে কামৰূপত গুৰু আৰু পুৰোহিত একে জনাই আছিল। যেনে সূৰ্য্যবংশৰ গুৰু-পুৰোহিত বশিষ্ঠ দেৱ। গুৰু অৱতাৰৰ সময়ৰ পৰা গুৰু আৰু পুৰোহিত পৃথক হয়।

অসমত তিনি জনা অনন্তাচাৰ্য্যৰ নাম আছে। ওপৰত নাম উল্লেখ কৰা প্ৰথম জন কমতেশ্বৰ বড়ো ৰজাৰ আমোলৰ বৈষ্ণৱ। কোচ ৰজাৰ সময়ৰ জন শৈৱ আৰু আহোম ৰাজত্বৰ জন শাক্তধৰ্ম্মী আছিল। তেওঁ মহাৰাজ শিৱসিংহৰ আমোলত আনন্দ লহৰি নামে পদ্য পুথি ৰচনা কৰিছিল। তাত লিখিছে ঃ

এহি জানি নৰলোক চয়
এৰিয়োক যত বৌধ নয়
তন্ত্ৰ-মন্ত্ৰ বিনে নাপাইবা কলিত গতি।
তন্ত্ৰ শাস্ত্ৰ পঢ়ি মহাসুখে
উপদেশ লভি গুৰু মুখে
ইষ্ট দেৱতাৰ চৰণে কৰা ভকতি॥

—*হেম গোস্বামীদেৱৰ* অসমীয়া পুথিৰ কেটেলেগ—৫৩পৃঃ

(১৫) পূৰ্ব্বে বাপ্ আৰু বাপা পিতাৰ সলনি ব্যৱহৃত হৈছিল। সৎসঙ্গী মহন্তসকলক এক শ্রেণীৰ লোকে আজিও পিতা সম্বোধন কৰে। থান সত্রত বাপ্ প্রভো আৰু জগন্নাথ আদি শব্দৰ প্রচলন আছে।

ৰাজমেধি জন পূৰ্ব্বে ৰজাৰ ভক্ত গুৰু আছিল। যেনে মেধস মুনী, গুৰু দত্তাত্রেয়, অগস্ত্য আদি। পাচত ৰাজাই বা সত্রীয়া সকলে পতা মেধিকো ৰাজমেধি কোৱা হৈছে। মেধা আছে যাৰ তেওঁৱেই মেধি। আহোম আমোলৰ পেৰা কাকতত সত্ৰাধিকাৰ গোসাইকো মেধি বোলা আছে।

(১৬) নীতিজ্ঞ চানক্য পণ্ডিতক সকলোৱে জানে। তেওঁৰ এশ নীতি বাক্য আছে। তাৰে এটি হৈছে ঃ

"যুদ্ধঞ্চ প্রাতৰুত্থানং ভোজনং সহ বান্ধবৈঃ
স্ত্রী-মা পদ গতং ৰক্ষেচ্চতুঃ শিক্ষেচ্চ কুক্কুটাৎ।"

যুদ্ধ নৈপুন্যতা, প্রভাত জাগৰণ্, বন্ধু বান্ধবৰ লগত একত্র ভোজন আৰু আপদৰ পৰা নাৰীৰ উদ্ধাৰ এই চাৰিবিধ গুণ কুকুৰাৰ পৰা শিকিব পাবি।

ট্রোজান যুদ্ধ সম্বন্ধে সমাজ প্রবন্ধত লিখা আছে। ৰাম ৰাবণৰ যুদ্ধৰ নিচিনা এই যুদ্ধখনো নাৰী উদ্ধাৰৰ নিমিত্তে হয়। এই যুদ্ধৰ পিচৰপৰা ইউৰোপৰ মানুহে এচিয়াৰ মানুহক বল বুদ্ধিত হেয় জ্ঞান কৰিছিল। গ্রীচ দেশৰ বুৰঞ্জী চাওক।

(১৭) এদিন কথা প্রসঙ্গত পূজনীয় মহামহোপাধ্যায় স্বৰ্গীয় **ধীৰেশ্বৰ** ভট্টাচাৰ্য্য দেৱে কৈছিল। "মই ওৰে ৰাতি" ভাবি চিন্তিও বৃত্তমঞ্জৰীৰ এটি ছন্দ লিখিব পৰা নাছিলোঁ, পুৱতীনিশা কুকুৰাৰ ডাক শুনি সেই ছন্দ ৰচনা কৰিছিলোঁ। সেই কথা মনত পৰিলে আজিও মোৰ প্ৰাণৰ তন্ত্ৰীবোৰ বাজি উঠে। ভট্টাচাৰ্য্য মহাশয়ৰ বৃত্তমঞ্জৰী খনত দধিচি মুনীৰ মহান স্বাৰ্থত্যাগ আৰু ইন্দ্ৰৰ হৃতৰাজ্য উদ্ধাৰৰ বিষদ ব্যাখ্যা আছে। অসম গৱৰ্ণমেণ্টে বুৰঞ্জী বিভাগৰ দ্বাৰা বৃত্তমঞ্জৰী ছপাব ধৰিছে।

(১৮) চন্দ্ৰধৰ (ছান্দ) প্ৰথমে কুকুৰা ফালেঙ্গি আছিল। নিজ বুদ্ধি আৰু অধ্যৱসায়ৰ বলত সদাগৰ হয়গৈ। জীৱনৰ শেষ অৱস্থাত "ৰাজা" উপাধি পাইছিল। লঙ্কাৰ ৰজা বিভিষণৰ লগত কাৰবাৰ কৰা সময়ত তেওঁক ৰাজা বোলা দেখা যায়। এই কথা সমনীয়া বন্ধু স্বৰ্গীয আলিহুচেন দাৰোগা চাহাবৰ পৰা শুনিছিলোঁ। পূৰ্ব্বে এক সম্প্ৰদায় মছলমান ওজাপালীও "মাৰে পূজাৰ" গীতত (বৰ্ম্মানি পূজাত) সেই কথা প্ৰকাশ কৰিছিল।

(১৯) এচিয়াত আহোম ৰজা সকলেই বাৰুদ, বন্দুক কামান আদি যুদ্ধ ক্ষেত্ৰত প্ৰথমে ব্যৱহাৰ কৰিছিল বুলি বহুত গৱেষণা কাৰিয়েই কয়। গুৱাহাটীৰ খাৰঘূলি নামে ঠাইত এতিয়াও তাৰ চিন আছে। প্ৰবল পৰাক্ৰান্ত মোগলক পৰাজয় কৰি দেশ ৰক্ষা কৰাটোৱেই অসম খ্যাতিৰ এক

নিদৰ্শন। এই জাতিটোৰ ধৰ্ম্ম নিৰপেক্ষ শাসনও অতি প্ৰশংসনীয় আছিল।

(২০) ডাউকৰ মাত সম্বন্ধে নাম ঘোষাটো উক্তি আছে ।।

যেনে ঃ

গোবিন্দক নাৰাধিয়া কোন কালে কদাচিতো
সুখী হৈয়া আছে কোন জন
হেন শিক্ষা মনে কৰি ডাউকে বোলয় সদা
কোৱা কোৱা কুবাক্য বচন।

ব্যাস কলাই নামে ভক্ত এজনে শ্ৰীশঙ্কৰ গুৰুৰ বাক্য নুশুনা গুণে ডাউক চৰাই হৈ গুৰুক স্মৰণ কৰি তেনে বাক্য কয় বুলিও এক সম্প্ৰদায়ৰ অসমীয়া বৈষ্ণৱে কয়। বৰ্ত্তমান ব্যাসকুচিত ব্যাসকলাই ওজাৰ পাম আছিল। তেওঁৰ সহায়তে গুৰু ভট্টদেৱে তাত সত্ৰ স্থাপন কৰে।

(২১) গৰুই মালমাটী যঁহাক সংস্কৃতত বপ্ৰক্ৰিড়া বোলে।

(২২) দেৱ সেনাপতি কাৰ্ত্তিকৰ জন্ম সম্বন্ধে স্কন্দ পুৰাণ কালিকা পুৰাণ আৰু যোগিনী তন্ত্ৰত পোৱা যায়। বৰো ওজাপালী এজোৰাৰ মুখত এই জন্মৰ পদ শ্ৰীপুৰৰ থানত শুনিছিলোঁ। উমানন্দৰ ওচৰত কৰ্ম্মনাশা নামে ঠাইত মদন ভষ্ম হয় বুলি প্ৰবাদ আছে। এই ঘটনায়ে যোগীন্দ্ৰ নাথ শিৱৰ পাৰ্ব্বতী গোসানীক বিবাহ কৰাবলৈ মন কৰায়। তাৰে ফলত কাৰ্ত্তিক জন্মি তাৰকাসুৰক বধ কৰে।

(২৩) দেৱ দামোদৰে শিষ্য সকলক দিয়া উপদেশ ৰমানন্দ দ্বিজ ৰচিত চৰিতত পাঠকে পাব।

## বিহু

প্ৰথমে দোমাহীৰ দিনাখন গৰুক দীঘলতীৰ পাতেৰে কোবায় আৰু লাউ-বেঙেনা খুৱায়। গৰু ধুওৱা গীতঃ

"দীঘলতীৰ দীঘল পাত, গৰু কুবাওঁ জাত জাত
মায়ে সৰু বাপে সৰু, তই হবি বৰ গৰু।"

(২৫) হাজোৰ ওচৰত থকা তুৰনী-মুৰনী পৰ্ব্বত আৰু সাতদলা পথাৰৰ বিষয় বহুত জানিব লগা কথা আছে। সাতদলা এখন অতি পুৰণি সমৰক্ষেত্ৰ। বল্লিদল আদি সাতখন দল বা পথাৰৰ সংযোগেই সাতদলা বা সংসপ্ত দল নামে খ্যাত।

(২৬) বৰম্বৈ পৰ্ব্বতৰ সংস্কৃত নাম ব্ৰহ্মবোধ বুলি মানুহে কয়।

(২৭) কেদাৰ পৰ্ব্বতক গড়ুৰাচল বোলে। সাতদলাৰ ওচৰত থকা মনাহকুছিত হৰদত্ত, বীৰদত্ত আৰু মদন বৰুৱাৰ দণ্ডুৱা বিদ্ৰোহৰ চিন আজিও আছে। কিছুমান লিখকে এই বীৰ পুৰুষ সকলৰ আৰু হৰদত্তৰ জীয়াৰী পদুম কুৱৰীৰ চৰিত্ৰ যি দৰে প্ৰকাশ কৰিছে সি ভিত্তিহীন বুলি বহুতে বিশ্বাস কৰে।

(ক) বঙ্গদেশৰ কালাপাহাৰ অসমত—"কালু গাজি" নামে জনাজাত। প্ৰবাদ আছে এওঁৰ কেদাৰ নাথৰ হাতত হাজোত মৃত্যু হয় আৰু সেই ঠাইতে কবৰ দিয়ে। এই কবৰ আৰু চাহচুলতান গিয়াচ উদ্দিন আউলিয়াৰ কবৰক (পোৱামক্কাক) হিন্দু ধৰ্ম্মৰ মানুহেও শ্ৰদ্ধা কৰে।

(২৮) চাৰিজনা গুৰু শ্ৰীশঙ্কৰদেৱ, শ্ৰীচৈতন্যদেৱ, দেৱ-দামোদৰ আৰু হৰিদেৱ।

মাধবৰ পূজাৰী সকলে মন্দিৰৰ খটখটীৰ শিল এচটাত গুৰু সকল বহি শাস্ত্ৰ আলোচনা কৰা বুলি কয়। তাৰ প্ৰমাণ স্বৰূপে শ্ৰীশঙ্কৰ গুৰু বহা কঠ, শ্ৰীচৈতেন্য দেৱৰ হাতৰ লাউ টোকৰা দেৱদামোদৰৰ এক আখি কল আৰু হৰি গুৰুৱে আগবঢ়োৱা আম এটাৰ চিন দেখুৱায়।

(২৯) চিলাৰ টিং আজ্ঞাথুৰি পৰ্ব্বতৰ এটা শৃঙ্গ। নামনীত চিলনীক চিলা কয়। পুলিঙ্গ চিলা স্ত্ৰীলিঙ্গ চিলনী।

(৩০) গুৱাহাটীৰ পূবে মণী (ত্ৰিদশাচল) পৰ্ব্বত আৰু নৱগ্ৰহ পৰ্ব্বত মণীকৰ্ণেশ্বৰ, পশ্চিমে হাজোৰ মনিকূট আৰু গন্ধমৌ পৰ্ব্বত ইয়াত জীৱৰ মৃত্যু হলে উদ্ধাৰ পায় বুলি প্ৰবাদ আছে। যোগিনী তন্ত্ৰতো কয়ঃ

আমনী মনীপৰ্য্যন্তং আচিত্ৰা গন্ধমাৰ্দ্দনম্
দেবাঃ মৰণ সিচ্চন্তি কিংপুনঃ মানবাঃ দয়ঃ।

## উজান

(৩১) বগাদাৰ (বগা ডাৱৰ) প্ৰভাতৰ পূৰ্ব্বক্ষণক বগাদাৰ দিয়া কয়।

## নববৰ্ষ

সৰ্ব্বৌষধি গ্ৰহবিপ্ৰ সকলে হালধি, মথা ইত্যাদি ৰটি সৰ্ব্বৌষধি তৈয়াৰ কৰে। সৰ্ব্বসাধাৰণে মাহ, হালধি আমকুহি আদি গাত ঘঁহি স্নান কৰে।

(৩৩) হাতত ফুল বা ফল লৈ বিহু পত্ৰিকা শুনি অলপ দক্ষিণা দিয়া নিয়ম।

(৩৪) সাপে খুটিওৱা মানুহৰ বৰ পিয়াহ লাগে।

(৩৫) শ্ৰীমন্ত শঙ্কৰৰ দশমৰ পদ চাওক। গীতাৰ মতে মৰণৰ পাচত জীৱে এটি নতুন দেহ অবলম্বন কৰে। পুৰণি কাপোৰ সলাই নতুন কাপোৰ পিন্ধা দৃষ্টান্তেৰে এই কথা বুজাইছে। এইয়েই জন্মান্তৰ বাদ। ভাৰতৰ বাহিৰে অন্যদেশত এই দৰ্শন নাই। এই জ্ঞান লাভ কৰা অতি দুৰুহ।

(৩) জন্মান্তৰ বাদ সম্বন্ধে গীতা ভাগৱতৰ বাহিৰেও বৰ্ত্তমান যুগৰ দেহতত্ত্ব ( Anatomy ) আৰু গীতা চাওক। মাতৃগৰ্ভত দেহৰ গঠন কি দৰে হৈ জীৱ চৈতন্য উদয় হয় তাৰ বৰ্ণনা আছে। ভূতেধৰা বা বীৰাই পোৱা চাম্‌নাম বলেজিম্ ( Sumnum balasim ) ৰোগ ইয়াৰ

এটা প্রত্যক্ষ প্রমাণ। — হৰিবংশ গ্রন্থত কংশৰ জন্ম উপাখ্যান চাওক।

## খেতিয়ক

(৩৭) চোবাই, পি, চুহি আৰু চেলেকি খোৱা এই চাৰি বিধ অন্ন।

(৩৮) জীৱক প্রতিপাল কৰে গুণে ঈশ্বৰৰ এক নাম পালক বিষ্ণু।

(৩৯) মানব সমাজ কিতাপত বহলাই লিখা হৈছে।

(৪০) যত্র নার্য্যাস্তু নন্দতি তত্র নন্দন্তি দেৱতা। শাস্ত্রবাক্য। নাৰীসকল যি ঘৰত আনন্দিত হৈ থাকে তাত দেৱতা সকলো আনন্দিত হৈ থাকে।

(৪১) ইংৰাজীত এটা কথা আছে ("time heals the Sore) সময়ে শোক নিবাৰণ কৰে।

(৪১) খৃষ্টবাক্য

(৪৩) হিতোপদেশ

(৪৪) বৰপেটা সত্রৰ পৰম নৈষ্ঠিক মহাপুৰুষীয়া ৯০ বছৰীয়া ভক্ত চানাৰাম দত্ত অনাৰেৰি মাজিষ্ট্রেটে গড়ুৰৰ শিৱ দর্শন সাধু এটি কৈছিল। শিৱৰ ভূষণ মহাকাল নাগে চিৰশত্রু গড়ুৰক ভৎর্সনা কৰাত খং উঠি বিনতা নন্দনে কৈছিল:

"সচাঁকথা হীনসেৱা ন কর্ত্তব্য, কর্ত্তব্য মহতাশ্রয়ঃ মহাকাল, আজি মহাদেৱৰ আশ্রয় নোলোৱা হলে এই মূহূর্ত্ততে তোক

-খণ্ড বিখণ্ড কৰিলোহেঁতেন। গৰুড়ে গজ কচ্ছপ ভক্ষণ কৰা উপাখ্যান মহাভাৰতত আছে।

মউপিয়া চৰাই বৰ ধুনীয়া। সুন্দৰাকাণ্ড ৰামায়নতো তাৰ নাম আছে। যেনে ঃ

"মউপিয়া চটকে পৰ্ব্বত লয় তুলি
ঢোল যেন ডিমা পাৰে চুণ্ডাৰ বাতুলী"

এই বাক্য সীতা গোসানীয়ে হনুমন্তক কৈছিল।

(৪৫) "যতেক চটক দেখা, গড়ুৰ সম নুই, পখা অনুৰূপে কি নুৰায" কীৰ্ত্তন ঘোষা।

(৪৬) কেহোৰাম প্ৰবন্ধটি ***আসাম বান্ধৱত*** প্ৰকাশ হোৱাৰ পাচত মোক এজন সাহিত্যিক ডেকাই "চুলীয়া কবি" বুলি বিদ্ৰুপ কৰিছিল। কথা শুনি মই তেওঁক কিন্তু ধন্যবাদহে দিছিলোঁ। কিয়নো হয় মই আগৰ ধৰণৰ চুলি খোপা থকা ভাবৰ নাইবা চলি বা শিশু মতিৰ হে আধাডোখৰীয়া কবি বুলি ভাবিছিলেঁ।।

সন্মানাৰ্থে কবি ***ৰঘুনাথ*** চৌধাৰী আৰু কবিন্দ্ৰ ***ৰবীন্দ্ৰ*** নাথক বুজোৱা হৈছে।

(৪৭) মানবসমাজ প্ৰবন্ধ আৰু চৰিত্ৰ প্ৰবন্ধ চাওক।

(৪৮) লক্ষ্মীনাৰায়নৰ বন্দনাত "ইন্দিৰানন্দ কন্দলম্ ॥ বোলা আছে। এইজনা গোঁসাইয়ে হেনো লক্ষ্মী আইৰ লগত দন্ খৰিয়াল কৰি আনন্দ পায়।

(৪৯) "ঈশ স্বৰূপে হৰি সব ঘটে বৈথহ যৈচন গগন বিয়াপি"। বৰগীত। গীতাৰ অষ্টাদশ আধ্যাতো আছে।

## সামৰণী

(৫০) শিক্ষাগুৰু স্বৰ্গীয় মৌলবী ফায়াজ উদ্দিন উকিল চাহাবে কোৰাণ চৰিফৰ উক্তিৰ লগত মিলাই তলত লিখা ইংৰাজী কবিতা কেইফাকিৰ অৰ্থ বুজাই দিছিল।

Father of all in every age in every clime adared. By Saint by Savage and by Sage Jihova Jove or Lord.

হে বিশ্বপিতা তোমাক ঋষি মুনি পণ্ডিত মূৰ্খ সকলেও জোভ, লৰ্ড, জিহোভা আদি নামেৰে উপাসনা কৰে।

"বাথৌব্ৰাই" —বুঢ়া বেটা। বড়ো সকলে ঈশ্বৰক এই নামেদি সেৱা জনায়। এওঁৱেই কোচৰ বুঢ়া গোঁসাই আৰু স্যমন্ত হৰণৰ পুৰাণ পুৰুষ।

(৫১) "যস্যচ্চায়া অমৃতং যস্য মৃত্যোঃ" যজুৰ্ব্বেদৰ বাণী। "মৃত্যুঃ" সৰ্ব্বহৰস্যাহং উদ্ভবচ্চ ভবিষ্যতাম্—গীতা বিভূতি যোগ।

(৫২) এই বাক্যেদি স্বৰ্গীয় ***হেমৰথ*** দত্তৰ "সংসাৰ পথিক" নামৰ পুথিৰ ভাব জ্ঞাপন কৰা হৈছে।

(৫৩) জন্মান্তৰ বাদৰ সম্বন্ধে ওপৰত ৩৬ টোকাত উল্লেখ কৰা হৈছে।

এইবোৰৰ বাহিৰেও কোচবেহাৰৰ বৈকুণ্ঠপুৰ সত্ৰৰ দেব দামোদৰৰ পাতুকা স্থাপন, ব্যাসদেৱ, গুৰু নানক আৰু গুৰু গোৰক্ষনাথৰ কামৰূপৰ তীৰ্থভ্ৰমন, আৰু ৰাজপুতনাৰ ইছ্‌মাইল যোগীৰ সিদ্ধিলাভ আদি প্ৰায় এশমান টোকা আছিল। সেইবোৰ ইয়াত দিবলৈ ঠাই আৰু সময়ো নহ'ল।

## অসম গৱৰ্ণমেণ্টৰ ১৯৬১ ইং মঞ্জুৰী পাঠ্য পুথি

অসম সাহিত্য-সভাৰ প্ৰাচীন অনুসন্ধানকাৰী, অসম গৱৰ্ণমেণ্টৰ প্ৰাচীন অঙ্কশাস্ত্ৰৰ গবেষক

## গণিতজ্ঞ শ্ৰীযুত দণ্ডীৰাম দত্ত কৃত পুথি

[ দত্তদেৱে গুৱাহাটী বিশ্ববিদ্যালয়ত পুৰণি পুথিৰ অনুসন্ধান আৰু গবেষণাৰ কাম কৰিছে। ]

১। সচিত্ৰ আদৰ্শ পাটিগণিত—নতুন ছপা ( খ, ১মৰ পাঠ্য ) ···৸৵০
২। ঐ নতুন ছপা ( ২য়, ৩য় পাঠ্য ) ··· ১৷৷০
৩। ঐ নতুন ছপা ···
৪। নতুন পৰিমিতি নতুন ছপা ( ৪ৰ্থ, ৫ম, ৬ষ্ঠ পাঠ্য) ১৷০
৫। সৰল শিশুপাঠ ( মজাৰ পদ্য ) ( ক মানৰ ) ··· ৷০
৬। ঐ ( খ মানৰ ) ··· ৷০
৭। নতুন মৌখিক (৩য়, ৪ৰ্থ, ৫ম, ৬ষ্ঠ ) [ মজাৰ মৌখিক] ··· ৷৷০
৮। নতুন বুনিয়াদী ধাৰাপাত ( বৈজ্ঞানিক প্ৰণালীৰে লিখা )··· ৷০
৯। কাইপেলী অঙ্ক ( অসমৰ সকলো স্কুলৰ প্ৰাইজ মঞ্জুৰী ) ··· ৷৷৵০
১০। কৌতুক (অসমৰ সকলো স্কুলত প্ৰাইজ মঞ্জুৰী) অঙ্কৰ মেজিক ২৲
১১। বত্ৰিশ পুতলা ( ঐ মঞ্জুৰী )—নতুন ছপা ··· ১৷০
১২। নিমাতী কন্যা ঐ (প্ৰত্যেক ছাত্ৰৰ আৱশ্যক) মজাৰ সাধু ··· ৸০
১৩। বাৰটকীয়া পণ্ডিত ( প্ৰত্যেক শিক্ষকৰ আৱশ্যক ) ··· ৷৵০
১৪। বিশ্লেশ্বৰৰ ইতিবৃত্তি ( নতুন ) ··· ৷৴০
১৫। নতুন বুনিয়াদী ক-খ পাঠ ( সক ছবিৰ ) ১০ম বাৰৰ নতুন ছপা ৶০
১৬। অস্তিমত বাপুজী ( নতুন ) ··· ১৷০
১৭। ইউ এন ধেবৰ জীৱনী ··· ১৷০
১৮। গান্ধী হত্যাৰ বিচাৰ ( ১ম ভাগ ) ··· ৷০
১৯। গান্ধী হত্যাৰ বিচাৰ ( ২য় ভাগ ) ··· ৷০

কৌতিক (অঙ্কৰ মেজিক)। কণ কণ লৰা-ছোৱালীৰ অঙ্কত মন বহিবলৈ লিখা অঙ্কৰ মেজিক। ১ মিনিততে বৃহৎ অঙ্ক কৰিব পাৰি। ভাৰত তথা ইউৰোপ, চিন দেশ আদিৰ পণ্ডিতৰ প্ৰশংসনীয়। মহাত্মা গান্ধী, ভাৰতৰত্ন জৱহৰৰ আশীৰ্বাদ পোৱা পুথি।

নতুন মৌখিক: ৩য়, ৪ৰ্থ, ৫ম, ৬ষ্ঠ-ৰ লৰা-ছোৱালীৰ উপযোগী। মানসিক শক্তি বঢ়োৱাৰ, বৈজ্ঞানিক প্ৰণালীৰে লিখা, নতুন ধৰণৰ অঙ্ক পুথি। লৰাই এখন পালে আনে নিব ভাবি লুকাই থয়। অঙ্ক নজনা লৰাৰ এপালি ঔষধ।

কাইথেলী অঙ্ক: সাঁথৰ যেন পুৰণি অসমৰ, পুৰণি পদ্যত লিখা মজাৰ অঙ্ক পুথি। মুখস্থ কৰি অঙ্কৰ পট্‌ত লাভ কৰিবৰ উপায়।

বিশেষ: অঙ্ক শিকাৰ মজাৰ মন্ত্ৰ যেন পুথি তিনিখন। দেখিলে জ্বৰ উঠা ছাত্ৰৰেও হাতত লবৰ সাহস কৰে।

## কিতাপ পোৱাৰ ঠিকনা:

(১) **শ্ৰীনীলিমা দত্ত**
**মাধব এজেন্সী—পোঃ বেলশৰ, অসম**

(২) **লয়াৰ্চ বুক ষ্টল—গুৱাহাটী**

(৩) **কমল এজেন্সী—ডাঃ জে. চি. ৰোড, গুৱাহাটী**